# 'NALBARIR JILINGANI'

*Collection of Historical Articles of Nalbari District*

*by*

**DIPMANI SARMA**

*Published by*

**Paniram Rabha, P. R. Prakashan.**
Kahilipara, Guwahati

**1st Edition- January, 2005**

**Price Rs. 350/- only**

**Printed at Mississippi Printers, Dighalipukhuripar (East)
Guwahati-1, Ph. 2516242**

# নলবাৰীৰ জিলিঙনি

প্ৰকাশক ঃ পানীৰাম ৰাভা, পি আৰ প্ৰকাশন

সম্পাদনা ঃ দীপমণি শৰ্মা

প্ৰথম প্ৰকাশ ঃ জানুৱাৰী, ২০০৫

গ্ৰন্থস্বত্ব ঃ সম্পাদক, প্ৰচ্ছদ ঃ পদ্ম সিংহ

পৰিকল্পনা আৰু ব্যৱস্থাপক ঃ জিৎমণি শৰ্মা,
অমৰমণি শৰ্মা, গোপাল কুমাৰ বৰ্মন

অক্ষৰ বিন্যাস ঃ মনোজ শৰ্মা, ৰঞ্জিত বৰ্মন, কুমুদৰঞ্জন দাস,
গিৰীশ দাস, পুলক ৰাজবংশী, মদন কলিতা

আৰ্হি কাকত চাওঁতা ঃ শিম্ভু বেজবৰুৱা

মূল্য ঃ ৩৫০/- টকা মাত্ৰ

মুদ্ৰণ ঃ মিছিছিপি প্ৰিন্টাৰ্চ, দীঘলীপুখুৰীপাৰ (পূব), গুৱাহাটী-১, ফোন ঃ ২৫১৬২৪২

# উচৰ্গা



অসমৰ নাট্য জগতত চিৰ যুগমীয়া
কীৰ্তি ৰাখি যোৱা শ্ৰদ্ধাৰ প্ৰয়াত
ভবেন বৰুৱালৈ উৎসৰ্গিত

# নলবাৰী জিলাৰ মানচিত্ৰ



# অসম আন্দোলনত প্ৰাণাহুতি দিয়া নলবাৰী জিলাৰ শ্বহীদসকল

১। শুক্ৰেশ্বৰ কলিতা, মুকালমুৱা
২। প্ৰমোদ কলিতা, লতাবাৰী
৩। দিলীপ হুজুৰি, খাগ্ৰাবাৰী
৪। ৰীৰেন দাস, খাটিকুছি
৫। গহীন ডেকা, মাজদিয়া
৬। গোলক দাস, থালকুছি, গেৰুৱা
৭। বীৰেন্দ্ৰ নাৰায়ণ দাস, পিপলীবাৰী
৮। মহেশ তালুকদাৰ, পিপলীবাৰী
৯। প্ৰতাপ বৰ্মন, পিপলীবাৰী
১০। শ্ৰীকান্ত বৰ্মন, বড়ী।
১১। কন্যাৰাম দাস, বৰ্ণিবাৰী
১২। পৰশুৰাম হালৈ, পানীগাঁও
১৩। প্ৰফুল্ল ডেকা, টিহু
১৪। উপেন কলিতা, টিহু
১৫। অমল ভট্টাচাৰ্য, কমাৰকুছি
১৬। ধৰ্মেশ্বৰ কলিতা, বালিতাৰা
১৭। কৰুণা দাস, কমাৰকুছি
১৮। অনিল কলিতা, সানেকুছি
১৯। মহনুৰ আলী, বাহাৰঘাট
২০। প্ৰবীন দাস, মুছলপুৰ
২১। ভগবান শৰ্মা, মুছলপুৰ
২২। ভুবন গোস্বামী, বেলশৰ
২৩। বগা কাকতি, তামুলপুৰ
২৪। ভদ্ৰেশ্বৰ ডেকা, তামুলপুৰ
২৫। থানেশ্বৰ দাস, তামুলপুৰ
২৬। পৰশুৰাম পাটোৱাৰী, তামুলপুৰ
২৭। লোহিত পাঠক, বৰমা
২৮। চেনিৰাম ৰাভা, বৰমা
২৯। সুভাষ শৰ্মা, বাটসৰ
৩০। ভুপেন কলিতা, বিজুলীঘাট
৩১। অতুল কলিতা, বৰাজল
৩২। নৃপেন মালাকৰ, সন্ধা
৩৩। ডিম্বেশ্বৰ শৰ্মা, সাহপুৰ
৩৪। আনন্দৰাম ডেকা, নিজ বাঁহজানী
৩৫। গৌৰীকান্ত হালৈ, ককয়া
৩৬। ঘনশ্যাম তালুকদাৰ, বিজুলীঘাট
৩৭। গোবিন্দ নাথ, ধমধমা

# নলবাৰী জিলা সাহিত্য সভাৰ সভাপতিসকল

১। উপেন্দ্ৰ নাৰায়ণ দাস

২। দীনেশ্বৰ ভট্টাচাৰ্য

৩। হৰেন্দ্ৰনাথ শৰ্মা

৪। ড° হৰিদত্ত শৰ্মা

৫। ড° বসন্ত কুমাৰ ভট্টাচাৰ্য

৬। প্ৰফুল্ল কুমাৰ শৰ্মা

৭। চানাৰাম কলিতা

৮। ধনেশ্বৰ হুজুৰী

৯। কামাখ্যা চৰণ ভাগৱতী

১০। লোহিত চন্দ্ৰ দাস

১১। সাধিৰাম কলিতা

১২। মুনীন্দ্ৰ নাৰায়ণ চৌধুৰী

১৩। ড° হৰিনাথ শৰ্মাদলৈ

১৪। চন্দ্ৰ কান্ত ডেকা

১৫। জগন্নাথ চক্ৰৱৰ্তী

১৬। গোলক পাঠক

১৭। ৰোহিণী মেধি

# শুভেচ্ছা আৰু অভিনন্দন



জানিবলৈ পাই পৰম আনন্দিত হৈছো যে, যুৱ সাহিত্যিক-সাংবাদিক দীপমণি শৰ্মাৰ সম্পাদনাত নলবাৰী জিলা অঞ্চলৰ ধৰ্ম, সাহিত্য, সংস্কৃতি, শিক্ষা, ৰাজনীতি, বিজ্ঞান, ক্ৰীড়া, চিকিৎসা, বিভিন্ন আন্দোলন, বিভিন্ন সংগঠন প্ৰভৃতিৰ ঐতিহাসিক আলোচনা সম্বলিত 'নলবাৰীৰ জিলিঙনি' বোলা বৃহৎ কলেবৰৰ এখন গ্ৰন্থ অলপতে প্ৰকাশ হৈ ওলাব। এনে এখন গ্ৰন্থৰ আৱশ্যকতাৰ কথা বহুতেই অনুভৱ কৰি আহিছিল। কিন্তু আগবাঢ়ি গৈ কামতহে হাত দিব পৰা নাছিল। বহু আকাংক্ষিত এনে এখন গ্ৰন্থ সংকলন আৰু সম্পাদনা কৰি উলিওৱা কাৰণে যুৱ সম্পাদক দীপমণি শৰ্মা সংস্কৃতিসম্পন্ন মানুহ মানৰে শলাগ, শুভেচ্ছা আৰু অভিনন্দনৰ পাত্ৰ।

নলবাৰী চহৰ অৰ্বাচীন। সম্ভৱ ১৮৬৪ চনৰ ইংৰাজ-ভূটান যুদ্ধৰ পাছৰ পৰাহে নলবাৰী চহৰ গঠনৰ প্ৰক্ৰিয়া আৰম্ভ হয় আৰু ১৯৩৮ চনতহে নলবাৰীকো অসমৰ অন্যতম চহৰ ৰূপে চৰকাৰীভাৱে স্বীকৃতি দিয়ে। কিন্তু নলবাৰী অঞ্চলৰ সমাজ, সভ্যতা, সাহিত্য, সংস্কৃতি বৰ প্ৰাচীন। বাণ ভট্টই ৰচনা কৰা জীৱনীমূলক কাব্যগ্ৰন্থ 'শ্ৰীহৰ্ষ চৰিত' মতে তদানীন্তন অসম-কামৰূপৰ মহাপ্ৰতাপী ৰজা ভাস্কৰ বৰ্মাই হৰ্ষবৰ্ধনলৈ দূত হংসবেগৰ হাতত দি পঠোৱা সুবৰ্ণকুজৰ সোণ আৰু পাটৰ কাপোৰ পাই হৰ্ষবৰ্ধন পৰম উল্লসিত হৈ উঠিছিল। কনকলাল বৰুৱাৰ মতে প্ৰাচীন সুবৰ্ণকুজ নলবাৰীৰ বৰ্তমানৰ সোণকুৰিহা। অৱশ্যে এই বিষয়ে মতদ্বৈধতা আছে। সেই অংশই যুক্তিৰে সাব্যস্ত কৰিছে যে সুবৰ্ণকুজ শুৱালকুছিহে। কিন্তু এই কথা ঐতিহাসিকভাৱেই সত্য যে পালবংশৰ ৰাজত্ব কালৰে পৰা নলবাৰী অঞ্চলত জ্ঞানী-গুণী লোকৰ সমাৱেশ ঘটিছিল। সেই বিশিষ্টসকলে ৰাজকীয় পৃষ্ঠপোষকতাও লাভ কৰিবলৈ সমৰ্থ হৈছিল। অৱশ্যে ত্ৰুটিপূৰ্ণ শ্ৰেণী বিভক্ত সমাজ ব্যৱস্থাৰ কাৰণে শিক্ষা আছিল মূলতঃ উচ্চ বৰ্ণৰ লোকসকলৰ মাজতে সীমিত। আধুনিক যুগে, অন্ততঃ আইনতঃ শিক্ষাৰ দুৱাৰ সকলোৰে কাৰণে মুকলি কৰি দিয়াত আধুনিক শিক্ষা অনুষ্ঠান গঢ়াতো অসমৰ গাঁৱলীয়া অঞ্চলৰ ভিতৰত নলবাৰী সৰ্বাগ্ৰণী। অৱশ্যে শ্ৰেণী সমাজৰ বিলুপ্তি সাধন নোহোৱা কাৰণে, সৰ্বশিক্ষা অভিযান চলি থকা কালতে লাখ লাখ মানুহ অনাখৰী হৈয়ে থাকিব লগাত পৰিছে। ই বিৰাট বিবেচনাৰ বিষয়।

সমগ্ৰ অসমৰ লগতে নলবাৰী অঞ্চলৰ সমাজ গঠন প্ৰক্ৰিয়াও বেছ বৈশিষ্ট্যপূৰ্ণই। কবি পুৰুষ ৰবীন্দ্ৰ নাথে ভাৰতৰ লোক গাঁথনিৰ বিষয়ে কোৱাৰ দৰে নলবাৰীৰ বিষয়েও ক'ব পাৰি—

'হে থায় আৰ্য হেথা অনাৰ্য হেথা দ্ৰাবিড় চীন
শক হুন দল পাঠান মোগল একদেহে হল লীন।' — ভাৰত তীৰ্থ

এই নানা জাতি-গোষ্ঠীৰ সমন্বয়ত গঢ় লৈ উঠা নলবাৰী অঞ্চলৰ বিজ্ঞানসন্মত ইতিহাস ৰচনা কাৰ্য অতি জটিল। সেই জটিল কামকে সংশোধন কৰিবলৈ ওলাইছে যুৱ সাহিত্যিক-সাংবাদিক দীপমণি শৰ্মাই।

এই মহৎ প্ৰচেষ্টাৰ কাৰণে তেওঁলৈ শুভেচ্ছা আৰু অভিনন্দন নিবেদন কৰিছো। সম্ভৱ 'নলবাৰীৰ জিলিঙনি' সৰ্বতোভাৱেই বিজ্ঞানসন্মত ৰূপত প্ৰকাশ হ'ব আৰু ই বহল সমাজৰ দ্বাৰা সমাদৃতও হ'ব। সম্পাদক দীপমণি শৰ্মায়ো আগবঢ়াই থাকিব ক্ৰমে ন ন বহুমূলীয়া গ্ৰন্থ।

শুভেচ্ছাৰে

**শশী শৰ্মা**

লক্ষ্মী কুটিৰ
নলবাৰী- ৭৮১৩৩৫

৮/১২/০৪

# দীপমণি শৰ্মাৰ 'নলবাৰীৰ জিলিঙনি'

অসমীয়া খবৰৰ নিবন্ধ সম্পাদক হৈ থাকোতে দীপমণি শৰ্মাক সহকৰ্মীৰূপে পাইছিলোঁ। নীতিনিষ্ঠ সাংবাদিকতাৰ উপৰি সৃষ্টিশীল চিন্তা-চৰ্চাৰ পৰিচয় দি ভাৰত-পাকিস্তান সম্বন্ধ আৰু সংঘাতৰ ওপৰত দীপমণিয়ে লিখা কিতাপ এখনৰ আগকথা লিখিবলৈ দিয়াত আনন্দৰে ৰাজী হৈছিলো। তেতিয়াই দীপমণিক কৈছিলো যে নলবাৰীৰ বিষয়ে এখন পূৰ্ণাংগ কিতাপ লাগে  য'ত জিলাখনৰ ঐতিহ্য, মানুহ আৰু লোক-সংস্কৃতিৰ এক সুষম আভাস থাকিব। অসমৰ প্ৰতিখন জিলাৰে, প্ৰতিটো অঞ্চলৰে ইতিবৃত্ত প্ৰকাশৰ প্ৰয়োজন আছে। তথাপিও মোৰ বাবে 'নলবাৰীৰ জিলিঙনি'ৰ এক সুকীয়া তাৎপৰ্য আছে।

শ্বিলং আৰু গুৱাহাটীৰ চহৰীয়া পৰিবেশত ডাঙৰ হৈ অসমৰ অধিকাংশলোকে বাস কৰা গাঁৱৰ জীৱনৰ সৈতে নিবিড় পৰিচয় নাছিল। পিছে যৌৱনপ্ৰাপ্তিৰ পিছত এক বিশেষ ৰাজনৈতিক ধাৰাৰ অনুগত হৈ সৰ্বক্ষণ কৰ্মীৰূপে অসমৰ চাৰিওফালে প্ৰায় প্ৰতিটো ব্লকত, স্থানীয় মানুহৰ মাজত, তেওঁলোকৰ দৈনন্দিন জীৱনৰ সোৱাদ লৈ প্ৰায় দহ বছৰ ঘুৰিছো। অসমৰ প্ৰতিখন জিলাৰ জনজীৱন আৰু লোক-সংস্কৃতি সম্বন্ধে এক সম্যক ধাৰণা আয়ত্ব কৰাৰ সৌভাগ্য হৈছে।

নলবাৰী জিলাৰ বিভিন্ন অংশত থাকি স্থানীয় ৰাইজৰ দৈনন্দিন জীৱনত ভাগ লৈছো, বিভিন্ন বৃত্তিৰ, ৰাজনৈতিক আদৰ্শৰ, ভাষীক আৰু ধৰ্মীয় সম্প্ৰদায়ৰ মানুহৰ সৈতে মত বিনিময় কৰাৰ সুযোগ পাইছো। তথাপিও আজিলৈকে নলবাৰী মোৰ বাবে কিছুক্ষেত্ৰত এক ৰহস্য,ইংৰাজীত appropriate word would be 'Enigma'।

নলবাৰীৰ গণ-স্পন্দনৰ অনুৰণন প্ৰথম শুনিছিলো প্ৰয়াত ৰাজেন শৰ্মাৰ মুখত। বুদ্ধিদীপ্ত চকুহালেৰে সদ্য যৌৱনা প্ৰাপ্ত ৰাজেন অতি মেধাৱী ছাত্ৰ হোৱাৰ লগতে সেই বয়সতে অসামান্য কাব্য প্ৰতিভাৰ পৰিচয় দিছিল। বৈষয়িক বা অতানুগতিক দৃষ্টিত ৰাজেনৰ বাবে এক উজ্বল ভৱিষ্যৎ নিশ্চিত আছিল। পিছে বিপ্লৱৰ সপোন দেখা ৰাজেন, কলেজৰ প্ৰথম বাৰ্ষিকৰ ছাত্ৰ হৈ থাকোঁতেই হাতত পিষ্টল লৈ গ্ৰেপ্তাৰ হৈ গুৱাহাটী কাৰাগাৰত আছিল। বয়সত বহুত সৰু যদিও ৰাজেনে তাৰ গহীন ব্যক্তিত্বৰে আমাৰ সকলোৰে সম্ভ্ৰম আদায় কৰিছিল। ৰাজেনো মোৰ বাবে এক Enigma আছিল। এতিয়াও নলবাৰীৰ কথা ভাবিলে মোৰ মনত ৰাজেনৰ মুখখন ভাহি উঠে। ৰাজেন যেন নলবাৰীৰ অন্তৰাত্মাৰ প্ৰতীক।

লোকপিয়লৰ তথ্য মতে ২০০১ চনত নলবাৰী জিলাৰ সাক্ষৰতাৰ হাৰ ৬৮.০৮%। নলবাৰীৰ জনসংখ্যাৰ প্ৰায় এক চতুৰ্থাংশ অনুসূচিত জনজাতি আৰু জাতি

বাদ দি হিচাপ কৰিলে অন্যান্য ৭৫% মানুহৰ মাজত সাক্ষৰতাৰ হাৰ প্ৰায় ৯০% ৰ ওচৰাওচৰি হ'ব বুলি মোৰ ধাৰণা। প্ৰথম যাত্ৰাতে নলবাৰীৰ আন এটা বিশেষত্ব মোৰ চকুত পৰিছিল— জনবসতিৰ ঘনত্ব। চৰকাৰী পৰিসংখ্যা অনুযায়ী অসমৰ মুঠ *মাটিকালিৰ ২.৮৮ শতাংশ থকা নলবাৰীত অসমৰ মুঠ জনসংখ্যাৰ ৪.২৭% বাস কৰে। ৰাজ্যিক ভিত্তিত অসমত জনবসতিৰ গড় হাৰ ৩৪০/ বৰ্গ কিঃ মিঃৰ বিপৰীতে নলবাৰীত ৫০৪/ বৰ্গ কিঃ মিঃ।* উদ্যোগবিহীন বুলি ক'ব পৰা জিলাখনৰ কৃষি উৎপাদনৰ হাৰো লেখতল'বলগীয়া নহয়। নলবাৰীত আৱিস্কৃত প্ৰাকৃতিক সম্পদৰ সম্ভাৱো নাই। নলবাৰীৰ শিক্ষিত জনসাধাৰণ স্বাভৱিকতে সচেতন। ঐতিহ্যমণ্ডিত সংস্কৃতি আৰু সৃষ্টিশীলতাৰ পৰম্পৰাৰে সমৃদ্ধ নলবাৰীবাসীয়ে অসমৰ বৌদ্ধিক আৰু সাংস্কৃতিক জগতত নিজৰ শক্তিশাল উপস্থিতি সাব্যস্ত কৰিছে। পিছে একে সময়তে ৰাজ্যখনৰ সামগ্ৰিক অৰ্থনৈতিক স্থবিৰতা আৰু তাৰ পৰিনামস্বৰূপে আৱিৰ্ভাৱ হোৱা বিস্ফোৰিত নিবনুৱা সমস্যাই নলবাৰী জিলাত প্ৰকট প্ৰভাৱ পেলাইছে। বিকল্প জীৱিকাৰ অভাৱত শিক্ষিত নিবনুৱাৰ সংখ্যা দিনকদিনে বৃদ্ধি পাইছে। আপেক্ষিকভাৱে পাতল জনবসতি, তেল আৰু চাহ উদ্যোগত সংস্থাপনৰ অৱকাশ থকা উজনি অসমতকৈ নিবনুৱা সমস্যাৰ ভয়াৱহতা স্বাভাৱিকতে নলবাৰীত বেছি। নলবাৰীবাসীৰ পৰম্পৰাগত ৰাজনৈতিক সচেতনতা আৰু বৃহৎসংখ্যক শিক্ষিত নিবনুৱাই বিদ্ৰোহৰ বাবে এক আদৰ্শ পৰিস্থিতি প্ৰস্তুত কৰিছে। উজ্বল ভৱিষ্যতৰ প্ৰতিশ্ৰুতি দিয়া বিদ্ৰোহৰ প্ৰতি স্বাভাৱিকতে গণ সমৰ্থনো জাগ্ৰত হৈছে।

যুক্তিসংগত ক্ষোভৰ স্বাভাৱিক প্ৰতিক্ৰিয়াৰূপে আৱিৰ্ভাৱ হোৱা এই বিদ্ৰোহৰ প্ৰতি গণ সমৰ্থন থকাৰ বাবে জিলাখনৰ প্ৰতি বাহিৰৰ মানুহৰ, বিশেষকৈ ব্যৱসায়ী গোষ্ঠীৰ মনত এক নেতিবাচক ধাৰণা সৃষ্টি হৈছে। বিগত প্ৰায় দুই দলক ধৰি নলবাৰী জিলালৈ বাহিৰৰ পৰা ব্যক্তিগত খণ্ডৰ পুঁজিৰ আগমন তেনেকৈ হোৱা নাই। বৰং ইতিপূৰ্বে সক্ৰিয় ব্যৱসায়ীক গোটো বন্ধ হৈ পুঁজিৰ বৰ্হিগমনহে ঘটিছে। এই পৰিৱেশে অৰ্থনৈতি স্থবিৰতা দীৰ্ঘম্যাদী কৰাত অৱদান যোগাইছে। বৰ্তমান পৰিস্থিতিত জিলাখনৰ অৰ্থনৈতিক অৱস্থাৰ উন্নতিৰ অৱকাশ আমাৰ চকুত ধৰা পৰা নাই। আমি নিশ্চিত যে জিলাখনৰ সবল বৌদ্ধিকমহল ওপৰোক্ত পৰিস্থিতি সম্পৰ্কে সচেতন। তথাপিও এই বিষয়ে মুকলি চিন্তা-চৰ্চা হোৱা আমাৰ চকুত পৰা নাই। অৱশ্যে আমি নজনাকৈ যদি এনে হৈছে তেন্তে আমাৰ অজ্ঞানতাৰ বাবে আমি ক্ষমাপ্ৰাৰ্থী। নলবাৰীবাসীৰ এই মৌনতা আমাৰ বাবে অ-বোধগম্য বাবেই এতিয়াও নলবাৰী আমাৰ বাবে এক ৰহস্য।

দীপমণি শৰ্মাই সম্পাদনা কৰা নলবাৰী জিলিঙনিত জিলাখনৰ ঐতিহ্য জনজীৱন আৰু লোকসংস্কৃতিৰ বিভিন্ন দিশৰ ওপৰত আলোকপাত কৰাৰ লগতে কিছু গুৰুত্বপূৰ্ণ সামাজিক পৰিঘটনাৰো বৰ্ণনা দিয়া হৈছে। আমি নিশ্চিত যে কিতাপখন পঢ়ি সকলোৰে নলবাৰীৰ বিষয়ে এক সম্যক ধাৰণা লাভ কৰিব পাৰিব। ডেকা বয়সতে এনে গুৰুত্বপূৰ্ণ প্ৰচেষ্টা হাতত লোৱাৰ বাবে দীপমণিক অভিনন্দন জনালো আৰু ভৱিষ্যতৰ বাবে শুভেচ্ছা যাচিলো।

**সুনীল নাথ**

# প্ৰকাশকৰ এষাৰ



অসমৰ সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক ইতিহাসত নলবাৰী এক বিশিষ্ট স্থান অধিকাৰ কৰি আহিছে। ইতিহাসৰ বিভিন্ন সন্ধিক্ষণৰ উপৰি সম-সাময়িক সামাজিক পৰিঘটনাসমূহৰ সময়তো বাৰে বাৰে উচ্চাৰিত হৈছে এই জিলাখনৰ নাম। জিলাখনৰ অতীত ইতিহাসলৈ মন কৰিলে আমি কেইবাটাও বৈশিষ্ট্যপূৰ্ণ চৰিত্ৰ দেখিবলৈ পাওঁ। স্থায়ী কৃষি অৰ্থনীতিৰ বিকাশৰ জৰিয়তে জিলাখনৰ জনসমাজে অতীজৰে পৰাই স্বকীয় বৈশিষ্ট্যৰ পৰিচয় দিবলৈ সমৰ্থ হৈছিল আৰু সমান্তৰালভাৱে জিলাখনত আৰম্ভ হয় নিজস্ব কুটীৰ শিল্প। এই বৈভৱপুষ্ট পৰম্পৰা অব্যাহত ৰাখিবলৈ আজিও সমৰ্থ হৈছে নলবাৰীৰ জনসমাজে।

জনজাতীয় আৰু অজনজাতীয় লোকৰ স্থায়ী বসতি স্থল এই জিলাখনত কেইবাটাও ধৰ্ম ধাৰাই বিকাশ লাভ কৰাৰ দৃষ্টান্ত আমাৰ পৰিলক্ষিত হয়। আদিম টটেম বা মেজিকধৰ্মী জনজাতীয় ধৰ্ম চিন্তা, আৰ্য হিন্দু ধৰ্ম, বৌদ্ধ আৰু ইছলাম ধৰ্মই এই জিলাখনৰ লোকমনক সমৃদ্ধ কৰি ৰাখিছে। পৰৱৰ্তী সময়ত খ্ৰীষ্টান আৰু জৈন ধৰ্মৰ প্ৰভাৱো জিলাখনত নপৰা নহয়। ইয়াৰ ফলত প্ৰতিজন লোকৰেই মনৰ দিগন্ত সম্প্ৰসাৰিত হৈছে আৰু বৃদ্ধি পাইছে জ্ঞানান্বেষণৰ প্ৰতি ধাউতি। জিলাখনৰ বিভিন্ন দেবালয়ে ধৰ্মীয় পৰমপৰাৰ ঐতিহ্যকেই সোঁৱৰায়।

অসমৰ ৰাজনৈতিক ইতিহাসতো নলবাৰীয়ে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। আহোম ৰাজত্বকালত নলবাৰীৰ ছান্দকুছিয়া বুজৰবৰুৱাসকলে নামনি অসমৰ এক বুজন অংশৰ প্ৰশাসনৰ সকলো দায়িত্ব মূৰ পাতি লৈছিল। আনহাতে অসমৰ ইতিহাসত গুৰুত্বপূৰ্ণ স্থান দখল কৰা ঐতিহাসিক দন্দুৱা দ্ৰোহৰ সময়তো নলবৰীয়া প্ৰজাৰ ভূমিকা আছিল অতিকে অগ্ৰণী। দন্দুৱা দ্ৰোহৰ মূল হোতা ৰঙিয়াৰ ওচৰৰ জিকেৰি অঞ্চলৰ প্ৰশাসনৰ দায়িত্ব লোৱা বীৰ হৰদত্ত-বীৰদত্ত ছান্দকুছিয়া বুজৰবৰুৱা বংশৰেই লোক আছিল। নলবাৰীৰ প্ৰজাসাধাৰণে আহোম ৰাজশক্তিৰ বিৰুদ্ধে হোৱা এই ঐতিহাসিক বিদ্ৰোহত অংশ লোৱাৰ কথা আমাক ইতিহাসে সততে সোঁৱৰায়।

নামনি অসমত আধুনিক শিক্ষাৰ বিস্তাৰৰ ক্ষেত্ৰতো নলবাৰীৰ স্থান উল্লেখযোগ্য। নলবাৰীৰ ৰাইজৰ নানা যত্নৰ ফলত প্ৰতিষ্ঠা হৈছিল গৰ্ডন হাইস্কুল। এই হাইস্কুলে বিংশ শতিকাৰ প্ৰথমাৰ্ধত নামনি অসমৰ শিক্ষা বিস্তাৰত প্ৰভূত অৰিহণা যোগায়। এটা সময়ত নলবাৰীৰ গৰ্ডন হাইস্কুল হেড মাষ্টৰ সৃষ্টি কৰাৰ কাৰখানা বুলিও অবিভক্ত কামৰূপ জিলাৰ ৰাইজে সগৌৰৱে স্বীকাৰ কৰে। শৈক্ষিক অগ্ৰগতিৰ সমান্তৰালভাৱে নলবাৰী জিলাত এক উৰ্বৰ সাংস্কৃতিক পৰিবেশেও জন্ম লাভ কৰে।

স্বাধীনতা সংগ্ৰাম, অসমৰ ঐতিহাসিক গণতান্ত্ৰিক আন্দোলনসমূহৰ উপৰি পঞ্চাশৰ দশকৰ পিছৰ সামাজিক ইতিহাসৰ বিষয়ে সকলোৱে কম বেছি পৰিমাণে জানে।

নলবাৰী জিলাৰ ইতিহাস, ধৰ্ম, সাহিত্য-সংস্কৃতি, শিক্ষা আদি সকলো দিশ সামৰি যুৱ-সাংবাদিক দীপমণি শৰ্মাই বৃহৎ কলেবৰৰ গ্ৰন্থ এখন প্ৰণয়ন কৰিবলৈ লোৱাত ইয়াৰ প্ৰকাশৰ দায়িত্ব আমি আন্তৰিকতাৰে গ্ৰহণ কৰোঁ। এই গ্ৰন্থখনে নলবাৰীৰ ইতিহাস গৱেষণা কৰাৰ ক্ষেত্ৰত বৰঙণি আগ বঢ়াব বুলিও আমাৰ একান্ত বিশ্বাস। পঢ়ুৱৈ সমাজে গ্ৰন্থখন সাদৰেৰে গ্ৰহণ কৰিলে পৰম কৃতজ্ঞ হ'ম।

কাহিলীপাৰা
গুৱাহাটী-১৯

পানীৰাম ৰাভা

# প্ৰভাততে

বৰলুইতে চেলেকী যোৱা নলবাৰী জিলাৰ ইতিহাস প্ৰাঞ্জল, প্ৰাচীন। বিভিন্ন জাতি-জনগোষ্ঠীৰ চহকী ইতিহাসেৰে গৌৰৱান্বিত নলবাৰী জিলা আজি 'ক্ষুদ্ৰ ভাৰতবৰ্ষ' ৰূপে পৰিগণিত হৈছে। চিৰ প্ৰবাহমান পাগলাদিয়াকে ধৰি বিভিন্ন প্ৰাকৃতিক সৌন্দৰ্যক বুকুত সাৱটি শত শত বছৰ জিলিকি আছে জিলাখন। বহু উত্থান-পতনৰ মাজেৰে ইতিহাসৰ উম লৈ থকা নলবাৰী জিলাখনৰ প্ৰতিটো দিশ উন্মোচিত কৰিব পাৰিলে নিশ্চয়কৈ নৱ প্ৰজন্মক পোহৰৰ দিশে এখোজ আগবাঢ়ি যোৱাত সহায় কৰি দিয়া হ'ব। লগতে চেনেহী নলবাৰীৰ চিনাকি বিশ্ব দৰবাৰত দিয়াৰ বাবেও ইতিহাস খোচৰি উলিওৱাটো অতীব প্ৰয়োজনীয়। ইতিহাস নাথাকিলে এটা জাতি অথবা এখন সমাজ যিমানেই চহকী নহওক কিয়, সেই জাতি নাইবা সমাজ ইতিহাসৰ বুকুত কিঞ্চিৎ হ'লেও অনাদৃত হ'ব লাগিব। সেয়েহে নলবাৰীৰ প্ৰতি থকা শ্ৰদ্ধা, গভীৰ প্ৰেম আৰু দায়িত্ববোধৰ বাবে 'নলবাৰীৰ জিলিঙনি' নামৰ গ্ৰন্থখনিৰে এক তথ্য সম্বলিত সম্যক জ্ঞানৰ আভাস দিব বিচৰা হৈছে গ্ৰন্থোন্মাদ লোকসকলক।

কুৰি শতিকাৰ শেষৰ ফালে চিন্তা কৰা হৈছিল নলবাৰীৰ এখন ইতিহাস সম্বলিত গ্ৰন্থ প্ৰকাশৰ কথা। তেতিয়া এই বিষয়ে আলোচনা কৰা হ'ল বিশিষ্ট চিন্তাবিদ সুনীল নাথ, অধিবক্তা হেমন্ত বৰ্মন, বিশিষ্ট চিকিৎসক ডাঃ শুভ্ৰকিংকৰ গোস্বামী, বিধায়ক পানীৰাম ৰাভাৰ লগতে নলবাৰীৰ গুণী-জ্ঞানী কেইবাগৰাকী লোকৰ সৈতে। সকলোৰে আশীৰ্বাদ শিৰত লৈ আগবঢ়ি গ'লো গ্ৰন্থখনিৰ পূৰ্ণাংগ ৰূপ দিয়াৰ পথত। এই ক্ষেত্ৰত জিলাখনৰ সাংবাদিক বন্ধু মহলৰ সহায়-সহযোগিতাই যি উৎসাহ দিলে সেয়া পাহৰিব নোৱাৰো। অৱশেষত সিদ্ধান্ত লোৱা হ'ল গ্ৰন্থখনি প্ৰকাশৰ। গ্ৰন্থখনিৰ সম্পাদক হিচাপে নিজেও এগৰাকী নলবাৰীৰ সন্তান হৈ উপলব্ধি কৰিলোঁ যে জিলাখনৰ প্ৰতিজন লোকে নিজৰ ইতিহাস জনাটো অত্যন্ত জৰুৰী। কিন্তু সমগ্ৰ জিলাখনৰ ইতিহাস জনাৰ বাবে তেনেকুৱা কোনো গ্ৰন্থ নথকাত বিভিন্ন দিশৰ পৰা আমি পিছপৰি থকা যেন অনুভৱ কৰিলোঁ। সেয়েহে বহু কষ্ট কৰি ফলত এশ শতাংশই সম্পূৰ্ণ নহ'লেও ইতিহাস সম্বলিত গ্ৰন্থ 'নলবাৰীৰ জিলিঙনি' পাঠক সমাজলৈ দিয়াৰ প্ৰচেষ্টা চলোৱা হ'ল। এনেকুৱা এখন গ্ৰন্থ প্ৰকাশ কৰা আৰু সম্পাদনা কৰোঁতে যথেষ্ট ত্ৰুটি-বিচ্যুতি ৰৈ যোৱাটো স্বাভাৱিক। ইয়াৰ বাবে সমূহ পাঠকৰ ওচৰত ক্ষমা বিচাৰি শিৰ নত কৰিছো। আশা ৰাখিছো গ্ৰন্থখনিৰ দ্বিতীয় সংস্কৰণত আমাৰ ৰৈ যোৱা ভুল-ত্ৰুটিবোৰ শুধৰাই লোৱাৰ প্ৰচেষ্টা চলাম।

সম্পাদকৰ তৰফৰ পৰা গ্ৰন্থখনিৰ বাবে মই প্ৰথমতে পিতৃ ত্ৰৈলোক্যনাথ শৰ্মা আৰু

মাতৃ নিৰুপমা দেৱীৰ চৰণ চুই সেৱা জনাইছো। প্ৰকৃতাৰ্থত আন্তঃৰাষ্ট্ৰীয় বিষয়ক লৈ আন এখন গ্ৰন্থ প্ৰকাশৰ বাবে কৰা পৰিকল্পনাৰ কথা পিতৃ-মাতৃৰ সৈতে আলোচনা কৰাৰ সময়ত তেওঁলোকে তেনেকুৱা গ্ৰন্থতকৈ নিজৰ জিলাখনৰ বাবে কিবা এটা কৰাৰ উপদেশ দিছিল। লগতে নলবাৰীৰ জনসাধাৰণক উপকৃত কৰিব পৰা গ্ৰন্থহে প্ৰকাশ কৰাৰ বাবে তেওঁলোকে মোক প্ৰেৰণা দিয়ে। অৱশেষত আন সকলোবোৰ কাম বাদ দি 'নলবাৰীৰ জিলিঙনি'ৰ কথা চিন্তা কৰিলো। তেওঁলোকে দিয়া প্ৰথম পৰামৰ্শ মোৰ গোটেই জীৱনৰ বাবে শ'লাগৰ পাত্ৰ হৈ ৰ'ব।

লগতে বৰদেউতা বিনোদ বিহাৰী শৰ্মা আৰু মোৰ অগ্ৰজপ্ৰতীম সুনীল নাথক তেওঁলোকে আগবঢ়োৱা দিহা-পৰামৰ্শৰ বাবে স্বীকাৰ নকৰিলে মই দোষী হৈ ৰ'ম। এই ছেগতে তেওঁলোকলৈ মোৰ কৃতজ্ঞতা জ্ঞাপন কৰিলো।

গ্ৰন্থখনিত বিশেষভাৱে সহায়ৰ হাত আগবঢ়োৱা পানীৰাম ৰাভা, অতনু ভূঞা, হেমন্ত বৰ্মন, ডাঃ শুভকিংকৰ গোস্বামী, ড° জ্যোতিষ ভাগৱতী, মহেশ শৰ্মা, নয়ন কুমাৰ শৰ্মা, অৰূপ ৰঞ্জন বৰ্মন, বদ্ৰী গুৱাগাঞী, প্ৰদীপ পাঠক, জীতেন শৰ্মা, অপূৰ্ব কুমাৰ শৰ্মা, সত্য দাস, ৰমনী বৰ্মন, ৰোহিণী মেধি, দিগন্ত মিশ্ৰ, কমল নয়ন মিশ্ৰ, ৰেকিব আলী, পুৰণ ছেত্ৰী, ঘনকান্ত হালৈ, পৰশ মণি শৰ্মা, ইন্দুভূষণ কাকতি, সতীশ গোস্বামী, গোপাল বৰ্মন, অমৰমণি শৰ্মা, ৰঞ্জিৎ বৰ্মন, ৰুবুল কান্তি ৰয়, ইপ্সিতা শৰ্মা, মনোজ শৰ্মা, ধীৰা দেৱী, চানাৰাম কলিতা, কাবেৰী কলিতা, কুলেন কলিতা, নৱজিৎ পাটগিৰী, পদ্ম সিংহ, শিশু বেজবৰুৱা, কুমুদ ৰঞ্জন দাস, হিৰোজ কুমাৰ পাটোৱাৰী, প্ৰকাশ মেধি, চন্দন শৰ্মা, কুমাৰজিৎ শৰ্মা, মনোজ কুমাৰ পাটোৱাৰী, প্ৰণৱ কুমাৰ শৰ্মা, সুমন ভাগৱতী, মদন কলিতা, প্ৰাঞ্জল হাজৰিকা, ফুলেন শৰ্মা, ধ্ৰুৱ শৰ্মা, খ্ৰৌমসাৰ বসুমতাৰী, বসন্ত দাস আৰু কিতাপখনৰ সম্পাদনাৰ কামত মোৰ সোঁৱে-বাৱেঁ ছাঁৰ দৰে লাগি থকা মৰমৰ ভাইটি জিৎমণি শৰ্মালৈ কৃতজ্ঞতা যাচিলো। লগতে সেইসকল লোকলৈও মোৰ আন্তৰিক কৃতজ্ঞতা থাকিল যিসকলৰ নাম অনিচ্ছাকৃতভাৱে প্ৰকাশ কৰিব পৰা নগ'ল।

শেষত নলবাৰীৰ স্বাৰ্থ জড়িত 'নলবাৰীৰ জিলিঙনি'য়ে গ্ৰন্থপ্ৰেমী ৰাইজৰ সঁহাৰি পালে আমাৰ কষ্ট সাৰ্থক হোৱা বুলি উপলব্ধি কৰিব পাৰিম। গ্ৰন্থখনি প্ৰকাশৰ ক্ষেত্ৰত ৰৈ যোৱা ভুল-ভ্ৰান্তিবোৰ বিদ্বৎ সমাজে গঠনমূলক সমালোচনাৰে আঙুলিয়াই দিলে ভৱিষ্যতে সম্পূৰ্ণ ইতিহাস প্ৰকাশ কৰিব পৰা যাব বুলি আমি নিশ্চিত। যিসকলে এতিয়াও গ্ৰন্থখনিৰ সৈতে একাত্ম হ'ব পৰা নাই তেওঁলোকে সম্পাদনা সমিতিৰ সৈতে যোগাযোগ অব্যাহত ৰাখি ভৱিষ্যতৰ দিশত আগুৱাই যোৱাত অৰিহণা যোগাব বুলি আমাৰ আশা।

**সম্পাদক**

# সম্পাদনা সমিতি



ডাঃ শুভ্ৰকিংকৰ গোস্বামী
উপদেষ্টা



হেমন্ত বৰ্মন
উপদেষ্টা



ৰোহিণী মেধি
উপদেষ্টা



দীপমণি শৰ্মা
সম্পাদক



অৰূপ ৰঞ্জন বৰ্মন
সদস্য



অপূৰ্ব কুমাৰ শৰ্মা
সদস্য



নয়ন কুমাৰ শৰ্মা
সদস্য



প্ৰদীপ পাঠক
সদস্য



জীতেন শৰ্মা
সদস্য



জিৎমণি শৰ্মা
সদস্য



দিগন্ত মিশ্ৰ
সদস্য



মহেশ শৰ্মা
সদস্য

# সূচীপত্র

The doors of the morning must open,
The keys of the night are not thrown away.
I who have loved morning know its doors.
I who have loved night know its keys.

**– Carl Sandburg**

# ঐতিহ্যপূৰ্ণ ঠাই নলবাৰী

❑ সতীশ শৰ্মা

"Where from you come? We came from Nalbari. Oh, Nalbari is full of Scholars." আমি নগাঁৱৰ এখন হোটেলৰ সন্মুখত এজন কলেজৰ প্ৰবক্তাক লগ পাইছিলো। তেখেতে তাত থকা পাণ দোকান এখনত তামোল খাই থাকোতে আমিও তামোল খাবলৈ ধৰোতে আমাক উক্ত প্ৰশ্নটো সুধিছিল আৰু আমি নলবাৰীৰ পৰা অহা বুলি কোৱাত তেনেদৰে কৈছিল। তেখেতৰ কথাখিনি শুনি আমি অতি গৌৰৱবোধ কৰিছিলো। প্ৰবক্তাজন বঙালী সম্প্ৰদায়ৰ। তেখেতৰ চাল-চলনত ব্যস্ততা দেখি আমি পৰিচয় লোৱা নহ'ল। পাণ দোকানীজনে তেখেতে কলেজ এখনত পঢ়ুৱায় বুলিহে ক'লে। অৱশ্যে কলেজখনৰ নামো কৈছিল; কিন্তু পাহৰি গ'লো। যিয়েই নহওক নলবাৰীয়ে অসমৰ ভিতৰত অসমীয়া সাহিত্য-সংস্কৃতিলৈ আগবঢ়োৱা অৱদান উল্লেখযোগ্য।

নলবাৰী বুলি ক'লে ইয়াৰ আশে-পাশে থকা গাঁওবোৰকো সামৰি লোৱা হয়। এই গ্ৰামাঞ্চলৰ অতীজৰে পৰা বিখ্যাত পণ্ডিত, সাহিত্যিক, সংস্কৃতি, সংস্কৃত, জ্যোতিষ শাস্ত্ৰ, বিজ্ঞান, ৰাজনীতি আদি বিষয়ত বিশিষ্ট অৱদান আগবঢ়াই আহিছে।

ষোড়শ শতাব্দীৰ শেষৰ ফালে গোপাল মিশ্ৰই 'ঘোষাৰত্ন' পুথিখন অনুবাদ কৰি লিখিত সাহিত্যৰ সূচনা কৰে। ঠায়ে ঠায়ে গঢ়ি উঠা পাঠশালা, টোল, উচ্চ বিদ্যালয় আদিয়ে একশ্ৰেণী বিদ্বৎ সমাজৰ সৃষ্টি কৰিছিল। তেওঁলোকে সাহিত্য, ব্যাকৰণ, জ্যোতিষ আদিও চৰ্চা কৰিছিল। সেইসকলৰ কিছুজনে নিশ্চয় কিবা-কিবি নিলিখাকৈ থকা নাছিল। কিন্তু সেইবোৰৰ সংৰক্ষণৰ অভাৱত বিস্মৃতিৰ গৰ্ভত লীন হয়। নলবাৰী সত্ৰৰ প্ৰভাত গোস্বামী, লক্ষ্মী নাথ শৰ্মা, লঘনুৰাম চৌধুৰী, ললিত গোস্বামী আদিৰ অৱদান উল্লেখযোগ্য। ৰমাকান্ত চৌধুৰী, ধীৰেশ্বৰাচাৰ্য, ৰমণী কান্ত দেৱ শৰ্মা, ভৱদেৱ ভাগৱতী, কুমাৰ কিশোৰ, দৈৱচন্দ্ৰ তালুকদাৰ, দীনেশ শৰ্মা, উগ্ৰ মেনা আদিয়ে অনেক গ্ৰন্থ লিখি অসমীয়া সাহিত্যৰ ভঁৰাললৈ উজ্জ্বল বৰঙণি আগবঢ়ায়। অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাপক সম্পাদক শৰৎ চন্দ্ৰ গোস্বামীয়ে অনেক মূল্যবান গ্ৰন্থ প্ৰণয়ন কৰে। সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱাই লিখা পাঠ্যপুথি নিম্ন শ্ৰেণীৰ পৰা উচ্চস্তৰৰ শ্ৰেণীলৈ তাহানি গোটেই অসমতে প্ৰচলন আছিল। ইয়াৰ উপৰি প্ৰাচীন অকথ্য অনেক পুথি সংগ্ৰহ কৰি নিজেই ছপাশাল পাতি প্ৰকাশক-

পঢ়ুৱৈৰ হিত সাধন কৰিছিল। লণ্ডনৰ যাদুঘৰত চিত্ৰ চিত্ৰ ভাগৱতৰ মহিমামণ্ডিত গৌৰৱ সযত্নে সংৰক্ষিত হৈ অসমীয়া জাতিক মহীয়ান কৰাৰ লগতে নলবাৰীৰ গৌৰৱ কঢ়িয়াই আছে।

সাহিত্য সৃষ্টি আৰু চৰ্চাৰ ক্ষেত্ৰত নলবাৰীৰ অনাখৰী আৰু শিক্ষিত উভয় শ্ৰেণীৰ স্ৰষ্টাই বিশিষ্ট বৰঙণি যোগাই আহিছে। সেই কাৰণে লোক সাহিত্য আৰু লিখিত সাহিত্য— এই দুয়োবিধতে নলবাৰী জিলা সু-প্ৰাচীন, ঐতিহ্যপূৰ্ণ আৰু সমৃদ্ধ। কবিতা, গদ্য, নাটক আদি ৰচনাৰে যিসকল লেখক-লেখিকাই অসমীয়া সাহিত্যলৈ অৱদান আগবঢ়াইছিল আৰু এতিয়াও ভাষা জননীক সেৱা কৰি আছে সেইসকলৰ ভিতৰত নলবৰীয়া লেখক-লেখিকাসকলৰ ভূমিকা অতি প্ৰশংসনীয়। নলবৰীয়া অগ্ৰজ কবি দৈৱচন্দ্ৰ তালুকদাৰ, বিহগী কবি ৰঘুনাথ চৌধুৰীৰ অৱদান অনস্বীকাৰ্য। এওঁলোকৰ প্ৰেৰণাতে নলবৰীয়া নবীন চাম কবিয়ে অনুপ্ৰেৰণা লাভ কৰি অনেক কবিয়ে কাব্য সৃষ্টিত নিৰন্তৰ ব্ৰতী হৈ অসমীয়া কাব্য, কবিতাৰ ভঁৰাল চহকী কৰিছে।

সমালোচনা সাহিত্যলৈ বৰঙণি যোগাই খ্যাতি অৰ্জন কৰাসকলৰ ভিতৰত ত্ৰৈলোক্য নাথ গোস্বামী, শশী শৰ্মা, মনোৰঞ্জন শাস্ত্ৰী, ড° হৰিনাথ শৰ্মা দলৈ আদি উচ্চ প্ৰশংসিত আৰু গৱেষক পণ্ডিতৰ দ্বাৰা সমাদৃত। অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামী দুবাৰো অসমীয়া সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হৈছে। অসম সাহিত্য সভা আৰু সাহিত্য একাডেমী বঁটাও গোস্বামীয়ে লাভ কৰিছে। অধ্যাপক শশী শৰ্মাই অসংখ্য কিতাপ ৰচনা কৰাৰ উপৰি ছোভিয়েট দেশ নেহৰু বঁটা লাভ কৰে। বৰ্তমানেও তেখেতৰ লিখনি আলোচনী, বাতৰি কাকতত নিৰন্তৰ পঢ়িবলৈ পোৱা যায়। সাহিত্য কৃতিৰ ক্ষেত্ৰত শশী শৰ্মাৰ স্থান ত্ৰৈলোক্য নাথ গোস্বামীৰ পিছতে বুলি কোৱাৰ থল আছে। ইয়াৰ উপৰি ঔপন্যাসিক, জীৱনীকাৰ, শিশুৰ উপযোগীকৈ লিখা আলোচনী, সাধু কথা আদিতো নলবৰীয়া লেখক-লেখিকাৰ কাপৰ পৰা সৃষ্টি হোৱা সাহিত্যই স্থান অধিকাৰ কৰি আছে।

সংস্কৃত শিক্ষাৰ ক্ষেত্ৰত নলবাৰী জিলাৰ অন্যতম উল্লেখযোগ্য অনুষ্ঠান হৈছে নলবাৰীৰ সংস্কৃত কলেজখন। সংস্কৃত শিক্ষাৰ লগতে জ্যোতিষ চৰ্চাৰ ঐতিহ্য বুলিলে নলবাৰী অঞ্চলত অতীজৰে পৰা পুৰুষানুক্ৰমে চলি অহা ভাৰতীয় গুৰুকুল আৰ্হিৰ সংস্কৃত চৰ্চাকে বুজায়। কোনো নিৰ্দিষ্ট চন-তাৰিখ ধৰি দিব নোৱাৰিলেও অসমলৈ আৰ্যসকল অহাৰ লগে লগে সংস্কৃত শিক্ষাৰো প্ৰচলন হৈ আহিছে বুলি পণ্ডিতসকলৰ ধাৰণা। সংস্কৃতিসম্পন্ন এক বিৰাটসংখ্যক জনতাৰে অধ্যুষিত নলবাৰী অতীজৰে পৰা সংস্কৃত শিক্ষা চৰ্চাৰ ক্ষেত্ৰত অসমৰ নৱদ্বীপ বুলিও খ্যাত। সংস্কৃত চৰ্চাত আত্মনিয়োগ কৰি বিশেষ অৰিহণা আগবঢ়োৱাৰ কাৰণে মনোৰঞ্জন শাস্ত্ৰী, বিপিন গোস্বামী, ৰাজেশ্বৰ তৰ্কতীৰ্থ, ভৱদেৱ ভাগৱতী, পুৰুষোত্তম ভট্টাচাৰ্য, ৰমণী শাস্ত্ৰী, গংগানাথ শাস্ত্ৰী, চক্ৰেশ্বৰ ভট্টাচাৰ্য, শিৱনাথ স্মৃতিতীৰ্থ, ৰঘুনাথ শিৰোমণি, লক্ষ্মীকান্ত কবিৰত্ন, ৰামনাথ বিদ্যাভূষণ প্ৰমুখ্যে কেইবাগৰাকী পণ্ডিতে ভাৰত চৰকাৰৰ দ্বাৰা পুৰস্কৃত হৈছে। বনগাঁও নিবাসী কামাখ্যাচৰণ ভাগৱতী আদিৰ গ্ৰন্থই বৰ্তমানলৈকে সংস্কৃত চৰ্চাৰ নিদৰ্শন দাঙি

ধৰি আছে। নলবাৰী অসমৰ ভিতৰতে সংস্কৃত ভাষা- সাহিত্যৰ পথ প্ৰদৰ্শক বুলি কোৱাৰ যুক্তি নিশ্চয় আছে। পুৰণি কালৰ পৰা গ্ৰহ, নক্ষত্ৰৰ গতি আৰু মানুহৰ জীৱনত সেইবোৰৰ প্ৰভাৱ পৰাটো স্বীকাৰ কৰি অহা হৈছে। সেয়েহে তাহানি কালৰ পৰা নলবাৰী অঞ্চলত বিভিন্ন শাস্ত্ৰৰ লগতে জ্যোতিষ শাস্ত্ৰৰো শিক্ষা দিয়া হৈছিল। ফলিত আৰু গণিত জ্যোতিষৰ অসামান্য পণ্ডিত জয়নাথ অধ্যাপক, শ্ৰীতত্ত্ব চিন্তামণিয়ে জ্যোতিষৰ শিক্ষা দি নলবাৰী অঞ্চলৰ গৌৰৱ বঢ়াইছিল। পুৰুষোত্তম ভট্টাচাৰ্যই নলবাৰী সংস্কৃত কলেজৰ অধ্যক্ষৰ পদ অলংকৃত কৰি জ্যোতিষ শাস্ত্ৰতো পাৰদৰ্শিতা দেখুওৱা নলবাৰীৰ কাৰণে গৌৰৱৰ কথা।

নাট্য আৰু অভিনয়ৰ ক্ষেত্ৰতো নলবাৰী অঞ্চলৰ গৌৰৱময় স্থান আছে। অভিনয় প্ৰতিভাৰে খ্যাতি লভা অভিনেতা ঈশ্বৰ বৰুৱা, প্ৰভাত গোস্বামী, নৰেন দত্ত, গোপী গোস্বামী, ফাইজ আলী, সুৰেন দত্ত বৰুৱা, ৰমণী বৰ্মন, আজিম আলী, পীৰবক্স আলী অন্যতম। নাটক ৰচনা আৰু অভিনয়ৰ ক্ষেত্ৰতো স্বৰ্গীয় ভবেন বৰুৱা, জীতেন শৰ্মা, ড° বসন্ত কুমাৰ ভট্টাচাৰ্য , যাদব সেন ডেকা প্ৰমুখ্যে নলবাৰীৰ গ্ৰাম্য অঞ্চলতো অনেক নাট্যকাৰ তথা অভিনেতাই নাটক ৰচনাত ব্ৰতী হৈ নলবাৰীৰ গৌৰৱ অক্ষুণ্ণ ৰাখিছে। ভবেন বৰুৱাক কেন্দ্ৰ কৰি দেৱদাস, পবিন বৰ্মা, অকণ বৰুৱা, ৰামচৰণ তামুলী, হেমন্ত বৰ্মন, ৰামদাস হৰিজন আদি নাট্য শিল্পীসকলৰ সৃষ্টি হয়। নলবাৰীৰ সীমা বিশ্বাসে ভাৰত বিখ্যাত তাৰকাৰূপে খ্যাতি অৰ্জন কৰিছে।

সংগীত-নাটক একাডেমী, ললিত কলা একাডেমী, লক্ষ্ণৌ ভাটখাণ্ডে সংগীত বিদ্যাপীঠ আদিৰ পৰা বহুতো ছোৱালীয়ে অবিৰতভাৱে কলা-সংস্কৃতিৰ সাধনা কৰি নলবাৰীক সমৃদ্ধ কৰিছে। সংগীত আৰু নাটক, চিত্ৰাংকন আদি শিক্ষাৰ নলবাৰী অঞ্চলত অনেক অনুষ্ঠান গঢ়ি উঠিছে।

অন্য এক অতি উল্লেখযোগ্য কথা যে সাংস্কৃতিক দিশত ঘৰুৱা শিল্পৰ ক্ষেত্ৰতো নলবাৰী অগ্ৰণী বুলি দাবী কৰাৰ থল আছে। ঢুলীয়া, খুলীয়া, ওজাপালি, পুতলা নাচ, বিহু নৃত্য, শংকৰী নৃত্য, আপি ওজা, ভ্ৰাম্যমাণ থিয়েটাৰ আদিত এই অঞ্চলে আগশাৰীৰ এখন আসন পোৱাৰ যোগ্যতা অৰ্জন কৰি আহিছে।

স্বাধীনতা আন্দোলনতো যুঁজ-বাগৰ দি কাৰাবাস খটা লোকৰ সংখ্যাও নলবাৰী অঞ্চলত সৰহ। এইসকলৰ মাজতো অনেক সাহিত্য চৰ্চাত নিয়োজিত হৈ থকা দেখিবলৈ পোৱা যায়। বিপিন শৰ্মা, কালিন্দ্ৰ কলিতা, হেমচন্দ্ৰ বৰ্মা মজুমদাৰ প্ৰমুখ্যে কেইবাগৰাকী লোকে গল্প, উপন্যাস ৰচনা কৰিছে।

নলবাৰীৰ আদালতত ওকালতি কৰিও কেইবাগৰাকী লিখকে সাহিত্য চৰ্চাত নিজকে ব্যস্ত ৰখা দেখিবলৈ পাওঁ। হেমন্ত বৰ্মন, নগেন বেজবৰুৱা, গোলোক পাঠক আদিৰ নাম উল্লেখ নকৰি নোৱাৰি।

নলবাৰী অঞ্চলৰ চিকিৎসা বিভাগতো বহুকেইজন চিকিৎসকে সাহিত্য চৰ্চাত মনোনিবেশ কৰি গৌৰৱৰ আন এটা দিশ উজলাই আছে। সাহিত্য-সংস্কৃতিৰ দিশত

অবদান আগবঢ়াই থকাসকলৰ ভিতৰত সুদক্ষ চকু চিকিৎসক ডাঃ শুভ্র কিংকৰ গোস্বামী, ডাঃ বিপিন কলিতা, ডাঃ যতীন বৰ্মন, হোমিও চিকিৎসক প্ৰফুল্ল শৰ্মা আদিৰ নাম উল্লেখযোগ্য। ডাঃ চাবান আলী আন্তৰ্জাতিক খ্যাতিসম্পন্ন লোকজনেও সাহিত্য সৃষ্টিত কলম ধৰি আছে।

ভক্তিবাদী আন্দোলনে জাতিভেদ প্ৰথাৰ কঠিন বান্ধ ছিঙি পেলাই সংস্কৃতিৰ গণমুখী সোঁত বোৱাই আছে বহুতো দেৱালয়, মঠ-মন্দিৰ, মছজিদ, সত্ৰ, দৌল আদি নিৰ্মাণৰ দ্বাৰা। নলবাৰীৰ মাজ মজিয়াৰ হৰিমন্দিৰ ইয়াৰ অন্যতম সাক্ষী। এই সৰ্ববৃহৎ অনুষ্ঠানটোৱে জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে সকলোকে একত্ৰিত কৰি উত্তৰ-পূৰ্বাঞ্চলৰ মানুহকে নহয় কলিকতীয়া বজাৰকো আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে।

ইয়াৰ উপৰিও নলবাৰী অঞ্চলত শৈৱ, শাক্ত ধৰ্মৰ প্ৰভাৱ স্পষ্ট। তন্ত্ৰ-মন্ত্ৰৰে ৰোগ নিৰাময়, সৰ্প দংশনৰ বিষনাশক সাহিত্যৰূপে এতিয়াও প্ৰভাৱ বিস্তাৰ কৰি গৌৰৱ বঢ়াই আছে।

উল্লেখযোগ্য যে কেইবাজনো ব্যক্তিৰ সহযোগত নলবাৰী সাহিত্য সমাজৰ জন্ম হৈ ইয়াৰ আশে-পাশে গাঁৱে-ভূঞে অনেক সাহিত্য চৰ্চাৰ অনুষ্ঠান গঢ়ি উঠিছে আৰু বহুতো নবীন-প্ৰবীণ কবি-সাহিত্যিকে সাহিত্য চৰ্চা কৰি অসমীয়া সাহিত্যৰ ভঁৰাললৈ অবদান আগবঢ়াই আছে। এই প্ৰবন্ধত সকলো দিশ সামৰিব নোৱৰা অক্ষমতাৰ দোষ নতশিৰে মানি লৈছো।

এতিয়া আমি অৰ্থাৎ নলবৰীয়া সাহিত্যিকসকলে (গ্ৰামাঞ্চল সমন্বিতে) সময়ৰ অগ্ৰগতিৰ লগে লগে নলবৰীয়া ৰাইজৰ সামগ্ৰিক উত্তৰণৰ জৰিয়তে সাহিত্য-সংস্কৃতিৰ দিশত অধিক অগ্ৰসৰ হৈ এক জনজাগৰণৰ সৃষ্টিত প্ৰত্যেকে অংশীদাৰৰ ভূমিকাত অৱতীৰ্ণ হ'লেহে "Nalbari is full of Scholars." কথাষাৰ আকৌ এখোজলৈ আগবাঢ়িব। ❑

# প্ৰথম খণ্ড

## নলবাৰী জিলাৰ ধৰ্মীয়
## ঐতিহ্য আৰু সাংস্কৃতিক জগত

পৃষ্ঠা ৫-২৪০

# ঐতিহ্যমণ্ডিত নলবাৰীৰ ৰাস মহোৎসৱ আৰু শ্ৰীশ্ৰী হৰিমন্দিৰ



হেমন্ত কুমাৰ বৰ্মন

উত্তৰ-পূৱ ভাৰতৰ ঐতিহ্যমণ্ডিত অসমৰ নৱদ্বীপ নলবাৰীৰ শ্ৰীশ্ৰী হৰিমন্দিৰত উদ্‌যাপন কৰি অহা ৰাস মহোৎসৱ সনাতন ধৰ্ম-সংস্কৃতিৰ পূণ্যতীৰ্থ। এই ৰাস মহোৎসৱৰ আলমতে গঢ়ি উঠা ঐতিহ্যমণ্ডিত শ্ৰী শ্ৰী হৰিমন্দিৰ নিৰ্মাণৰ কাম আৰম্ভ হয় ১৯৩৯ চনত। নলবাৰীৰ তদানীন্তন এচাম পূণ্যাত্মাৰ কায়িক, মানসিক, বৌদ্ধিক তথা শাৰীৰিক ত্যাগৰ ফলশ্ৰুতিতে শুভাৰম্ভ হৈছিল এই পবিত্ৰ ৰাস মহোৎসৱ ১৯৩৩ চনত। নলবাৰী চহৰৰ পুৰণি হাটখোলাত (বৰ্তমান যি দৰা মাটিত ইউনিয়ন বেংকৰ কাৰ্যালয় গঢ়ি উঠিছে) নলবাৰীৰ তদানীন্তন গড়কাপ্তানি বিভাগৰ অভিযন্তা অমৰ কুণ্ডু, নৰেন বসু, দণ্ডিৰাম মহাজন,ৰবিৰাম মহাজন, গদামল্ল বৰুৱা, কীৰ্তি ৰাম ঠিকাদাৰ, বাতি ৰাম ডেকা প্ৰমুখ্যে নেতৃস্থানীয় সকলৰ মহৎ প্ৰচেষ্টা পোন প্ৰথমবাৰৰ বাবে পবিত্ৰ ৰাস মহোৎসৱ উদ্‌যাপন কৰা হৈছিল। খেৰ-নৰাৰে সজা সৰু সৰু একোটি কোঠালিত খেৰ মাটিৰে মহাভাৰত, শ্ৰীমদ্ভাগৱত, ৰামায়ণ, কীৰ্ত্তন-পুৰাণ আদিৰ আখ্যানৰ আধাৰত নিৰ্মিত প্ৰতিমাৰ যোগেদি ভগৱান শ্ৰীকৃষ্ণৰ ৰাসলীলা প্ৰদৰ্শন কৰা হৈছিল। তেতিয়া কোনো বৈদ্যুতিক কৌশল অৱলম্বন কৰা হোৱা নাছিল। কেৰাচিন তেলেৰে জ্বলোৱা ডে-লাইট, ওলোমা লেম্প আৰু জেনেৰেটৰ ব্যৱহাৰেই আছিল পোহৰ নিক্ষেপণৰ একমাত্ৰ ব্যৱস্থা। অথচ ভক্ত দৰ্শনাৰ্থী আৰু ধৰ্মপ্ৰাণ ৰাইজৰ অভূতপূৰ্ব সমাবেশে



নিদ্ৰাহৰণ কৰিছিল ৰাস মহোৎসৱ উদ্‌যাপন সমিতিৰ। বিৰ দি বাট পাবলৈ নোহোৱা অৱস্থা। তাতে আকৌ ওজাপালি, খুলীয়া পাৰ্টি, ঢুলীয়া পাৰ্টি, যাত্ৰা পাৰ্টি, নাম পাৰ্টিৰ বিভিন্ন ধৰণৰ নৃত্য, কলা-কৃষ্টি প্ৰদৰ্শনে সেই কেইদিন সমগ্ৰ নলবাৰী চহৰ মুখৰিত কৰি তুলিছিল। ফলত জনসমুদ্ৰত পৰিণত হৈছিল নলবাৰী চহৰ। ভক্তসকলৰ ৰাস মহোৎসৱৰ প্ৰতি অভাৱনীয়ভাৱে বৃদ্ধি পোৱা ঐকান্তিক শ্ৰদ্ধাভক্তিৰ প্ৰতি লক্ষ্য ৰাখি আৰু ক্ৰমাগতভাৱে বৃদ্ধি পোৱা ভক্ত দৰ্শনাৰ্থীৰ সমাগমৰ কথা চিন্তা কৰি সেই সময়ৰ নলবাৰীৰ উপ-প্ৰতি সমাহৰ্তা কৃষ্ণ ৰাম মেধিৰ সহযোগিতাত ৰাস মহোৎসৱৰ উদ্যোক্তাসকলে নলবাৰী চহৰৰ ৫৮৪ নং দাগৰ (বৰ্তমান যি দৰা মাটিত শ্ৰী শ্ৰী হৰিমন্দিৰ নিৰ্মাণ হৈছে) মাটিখিনি লাভ কৰিবলৈ সমৰ্থ হৈছিল। ১৯৩৯ চনৰ পৰা ২০০৪ চনৰ এই সুদীৰ্ঘ পথ পৰিক্ৰমা অতিক্ৰম কৰি আহি শ্ৰী শ্ৰী হৰি মন্দিৰে আজিৰ এই পৰিগ্ৰহ কৰিছে।

প্ৰকৃতাৰ্থত শ্ৰী শ্ৰী হৰি মন্দিৰ আৰু ঐতিহ্যমণ্ডিত ৰাস মহোৎসৱৰ অস্তিত্ব বেলেগে বেলেগে যুকিয়াই চাব নোৱাৰি। দুয়োটাই যেন টকাটোৰ ইপিঠি-সিপিঠি। ১৯৪৬ চনতে হাতখোলাৰ পৰা এই ৰাস মহোৎসৱৰ স্থান বৰ্তমানৰ স্থানলৈ স্থানান্তৰিত কৰা হৈছিল। মন্দিৰৰ কাম-কাজ বৰ্তমানৰ পূজামণ্ডপৰ উত্তৰে কাঠেৰে নিৰ্মিত মন্দিৰটোতে চলি আহিছিল। ১৯৬৮ চনত নলবাৰীৰ প্ৰসিদ্ধ চাহ ব্যৱসায়ী ধৰ্মপ্ৰাণ দমৰুৰাম দাসে আগবঢ়োৱা ধনেৰে বৰ্তমানৰ স্থানীয় পূজা মণ্ডপটো নিৰ্মাণ কৰা হয়। মন্দিৰ চৌহদৰ পূবে পকীবেৰখন নিৰ্মাণ কৰি দিছিল আন এগৰাকী প্ৰসিদ্ধ ব্যৱসায়ী, ধৰ্ম প্ৰাণ, হৰি মন্দিৰ পৰিচালনা সমিতিৰ প্ৰাক্তন সভাপতি দাতা নাৰায়ণ চন্দ্ৰ মহাজনে। নলবাৰী হৰিমন্দিৰ আৰু ৰাস মহোৎসৱৰ লগত অংগাংগীভাৱে যিসকল ব্যক্তি জড়িত আছিল সেই সকলৰ ভিতৰত— হৰিনাৰায়ণ দত্তবৰুৱা, শিক্ষাবিদ দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য, গিৰীশ চন্দ্ৰ চৌধুৰী, ডাঃ নৃপেন্দ্ৰ মল্ল বুজৰবৰুৱা, ধৰ্ম ডেকা, পাৰ্বতী দত্ত বৰুৱা, হংস মল্ল বৰুৱা, মাধৱ বৰ্মন, গিৰীশ মেধি, ডাঃ হৰেকৃষ্ণ গোস্বামী, প্ৰফুল্ল ডেকা, গোবিন্দ ডেকা, উপেন্দ্ৰ পাটগিৰী, হৰি পাটগিৰী, মহেন্দ্ৰ দত্ত, ধৰ্মা জৈন, মুনীন্দ্ৰ মল্ল বৰুৱা, অৰুণ দাস, যোগেন শৰ্মা, লোকনায়ক প্ৰভাত নাৰায়ণ চৌধুৰী, প্ৰতাপ তালুকদাৰ, মহেন্দ্ৰ নাৰায়ণ চৌধুৰী, গোলাপ ডেকা, যোগেন দাস, সুবৰ্ণসেন বৰকটকী, মুক্তিযোদ্ধা হৰিচৰণ পাঠক, নাথমল বাজাজ, ভুবনেশ্বৰ দাস, সাধি শৰ্মা, তাৰণ বৈশ্য, ভবেন বৰুৱা, সতীশ তামুলী, ৰাজু শৰ্মা, দেৱদাস, মহেন্দ্ৰ ডেকা, বৰ্দ্ধন খুড়া আদিৰ ইতিমধ্যে মহাপ্ৰয়াণ ঘটিছে। আৰু জীৱিত সকলৰ ভিতৰত শিল্পী আদ্য শৰ্মা, প্ৰক্তন বিধায়ক নৰেন দত্ত, প্ৰাক্তন পৌৰপতি জ্ঞানেন্দ্ৰ মল্ল বৰুৱা, প্ৰাক্তন পৌৰপতি লোহিত দাস, প্ৰাক্তন অধ্যক্ষ ৰমেন বৰুৱা, প্ৰফুল্ল কুমাৰ গোস্বামী, শশীভূষণ চৌধুৰী, বিপিন শৰ্মা, সৰ্বেশ্বৰ দাস, চুম্বিত মল্ল বৰুৱা, উপেন দত্ত, খগেন বৰ্মন, বানেশ্বৰ দাস, চন্দ্ৰ কলিতা, গদা ভূঞা, শিল্পী সুৰেন ৰয়, গংগা শৰ্মা, প্ৰাক্তন পৌৰপতি জয়দয়াল জালান, মদন চমৰীয়া, অধিবক্তা গীতিকাৰ হেমন্ত কুমাৰ বৰ্মন, নগেন ডেকা, কনক বৰ্মন, ডাঃ খগেন শৰ্মা, মদন মালাকৰ আদিৰ নাম উল্লেখ্য (স্থানাভাৱত মন্দিৰৰ লগত জড়িত বহু ব্যক্তিৰ নাম উল্লেখ কৰিব পৰা নগ'ল)।

সময় গতিশীল। সময়ৰ অগ্ৰগতিত মানুহবো ৰুচি-অভিৰুচি, ধ্যান-ধাৰণা, দৃষ্টি-ভংগী পৰিবৰ্তন হোৱাটো স্বাভাৱিক। আধুনিক বৈদ্যুতিকৰণ ব্যৱস্থাৰ উন্নতি আৰু আধুনিক প্ৰযুক্তিৰ সহজলভ্যতাত তাহানিৰ খেৰ, নৰা, কলগছ, বাঁহ-বেতেৰে সজা ৰাস মহোৎসৱৰ সৰু সৰু কুঠৰিবোৰৰ ঠাই দখল কৰিলে টিনপাত, পকীবেৰ আৰু আধুনিক প্ৰযুক্তিৰে নিৰ্মাণ কৰা অত্যাধুনিক কুঠৰিবোৰে। পৰম্পৰা ৰক্ষা কৰাৰ স্বাৰ্থত মাটিৰে নিৰ্মিত কিছু মূৰ্তি অদ্যপৰিমিত ব্যৱহাৰ কৰি থকা হৈছে যদিও নিত্য নতুন কৌশলৰে বৈদ্যুতিক প্ৰযুক্তি খটুৱাই নিৰ্মাণ কৰা প্ৰতিমাবোৰে বছৰি বছৰি লক্ষ লক্ষ ভক্তপ্ৰাণ ৰাইজক আকৰ্ষণ কৰি আহিছে। প্ৰণিধানযোগ্য যে এই ক্ষেত্ৰত মৃৎশিল্পী



/ক্ষণিকৰ স্বৰ্গীয় আদ্য নাথ গোস্বামী, মাখন পাল আদিৰো পূৰ্বে মাখন পালৰ পিতৃয়ে ৰাস মহোৎসৱৰ ৰামায়ণ, মহাভাৰত,ভাগৱত আদি পৌৰাণিক আখ্যানৰ আধাৰত মাটিৰ মূৰ্তিবোৰ নিৰ্মাণ কৰি দৰ্শনাৰ্থীসকলৰ পৰা ভূয়সী প্ৰশংসা বুটলি ল'বলৈ সক্ষম হৈছিল। এনেদৰে বছৰে বছেৰে পালন কৰি অহা পবিত্ৰ ৰাস মহোৎসৱৰ বিপুল জনসমৰ্থনে এনে এক পৰ্যায় পাইছে যে ধৰ্মপ্ৰাণ ৰাইজৰ দাবীৰ প্ৰতি লক্ষ্য ৰাখি ৰাস মহোৎসৱ উদ্‌যাপন সমিতিয়ে বিগত কিছুবছৰৰ পৰা ১১ দিনীয়াকৈ এই ৰাস মহোৎসৱ উদ্‌যাপন কৰিবলৈ বাধ্য হৈছে। নলবৰীয়া ৰাইজৰ বিশেষকৈ চাঁদা-বৰঙণি আগবঢ়োৱা ব্যক্তি ব্যৱসায়ী, বিষয়া, চাকৰিয়াল, বাছ-ট্ৰাক, ৰিক্সা, ঠেলাচালক সকলকে প্ৰমুখ্য কৰি বিভিন্নজনে আগবঢ়োৱা অৰ্থ সাহায্যই এই ৰাস মহোৎসৱৰ আয়ৰ মূল উৎস। এইটো অনস্বীকাৰ্য যে এই ৰাস মহোৎসৱৰ আলমতে হৰিমন্দিৰ পৰিচালনা সমিতিয়ে গ্ৰহণ কৰা বৃহৎ প্ৰকল্প আঁচনিসমূহৰ কাম পৰ্যায়ক্ৰমে সম্পাদিত হৈ আহিছে

আৰু কুৰি লক্ষ টকা ব্যয়সাপেক্ষ নির্মাণ কৰি উলিওৱা মার্বল খোদিত সু-উচ্চ মন্দিৰটো সম্পূর্ণ কৰি উলিওৱাৰ পিছতে প্রায় ষাঠি লক্ষ টকাৰে নির্মাণ কৰিবলৈ লোৱা নামঘৰটোৰো আধাৰশিলা স্থাপন কৰিছে শ্রীমন্ত শংকৰদেৱ সংঘৰ প্রাক্তন পদাধিকাৰ, পূজ্য পাদ কৰুণা কান্ত কলিতাদেৱে। ৰাস মহোৎসৱৰ সময়ত আমন্ত্রণ কৰি অনা ভ্রাম্যমাণ থিয়েটাৰৰ নাট প্রদর্শন, যাদু প্রদর্শন, চার্কাছ, মিনা বজাৰ, ৰাসোৎসৱৰ অস্থায়ী ব্যৱসায়ী, উপহাৰ পত্র বিতৰণ ইত্যাদি বিভিন্ন দিশৰ পৰা লাভ কৰা ধনৰ উপৰিও ভক্তপ্রাণ ৰাইজৰ প্রনামীৰ পৰা লাভ কৰা ধনেই হ'ল হৰি মন্দিৰৰ একমাত্র নির্ভৰশীল আয়ৰ উৎস। পূজা মণ্ডপৰ সমুখৰ ৰভা আৰু হৰি মন্দিৰৰ অনুভাষ যন্ত্র ক্রয়ৰ ক্ষেত্রত মন্দিৰৰ লগত ওত ঃপ্রোতভাৱে জড়িত কেবাগৰাকীও সদাশয় সৎজন ব্যক্তিয়ে আগবঢ়োৱা অর্থ সাহায্যৰ বাহিৰে আৰু ৰাজস্থানৰ আৰ, কে মাইনচ্এ আগবঢ়েৱা চাৰিশ বর্গফুট মার্বলৰ বাহিৰে মন্দিৰ নির্মাণৰ ক্ষেত্রত কোনো ব্যক্তি / প্রতিষ্ঠানৰ পৰা অদ্যপৰিমিত উল্লেখযোগ্য দান / বৰঙণি পোৱা হোৱা নাই। আনকি মন্দিৰৰ সাংস্কৃতিক প্রকল্পৰ নামতো চৰকাৰৰ পৰা কোনো ধৰণৰ অর্থ সাহায্য লাভ কৰা নাই। গতিকে হৰি মন্দিৰে আজিৰ এই পর্যায়ত উপনীত হোৱাৰ মূলতেই হ'ল ধর্মপ্রাণ ৰাইজৰ আকুণ্ঠ সঁহাৰি, চার্কাছ, যাদু, থিয়েটাৰ কেইখনৰ প্রযোজক, শিল্পী, কলা-কুশলী সকলৰ লগতে স্থায়ী-অস্থায়ী ব্যৱসায়ীসকলৰ সহযোগিতা। এতিয়াও এই অনুৰূপ ব্যৱস্থাই হৰি মন্দিৰৰ একমাত্র আয়ৰ উৎস হিচাপে পৰিগণিত হৈ আহিছে যদিও এই সীমিত উপার্জনেৰে মন্দিৰ পৰিচালনা সমিতিয়ে নলবাৰী চহৰৰ মাজত সোতৰ বিঘাকৈ ম্যাদী মাটি ক্রয় কৰিবলৈ সমর্থ হৈছে। মন্দিৰ পৰিচালনা সমিতিয়ে ইয়াৰ স্থায়ী আয়ৰ উৎস হিচাপে কেইখনমান দোকানঘৰৰ উপযোগীকৈ ভাৰাঘৰ নির্মাণ কৰি উলিয়াইছে। আধুনিক প্রযুক্তিৰে নির্মাণ কৰিবলৈ লৈছে এটি আটকধুনীয়া অতিথিশালা যিটোৰ লগত সংলগ্ন হৈ থাকিব এটি প্রেক্ষাগৃহ আৰু যাদুঘৰ। চালুকীয়া অৱস্থাত আছে যদিও মন্দিৰৰ গ্রন্থাগাৰ আৰু সংগীত বিদ্যালয়খনে প্রয়োজন সাপেক্ষে সেৱা আগবঢ়াইছে। হৰিমন্দিৰ কমিটীয়ে দেশ-বিদেশৰ পর্যটকসকলক আকর্ষণ কৰিব পৰাকৈ হৰিমন্দিৰ পুণ্য ক্ষেত্রক এক আকর্ষণীয় পর্যটক নিবেশলৈ উন্নীত কৰাৰ বাবে ব্যয়বহুল আঁচনি গ্রহণ কৰিছে। আনকি মন্দিৰৰ ভৱিষ্যতৰ আয়ৰ উদ্দেশ্য আগত ৰাখি এখন শীত-তাপ নিয়ন্ত্রিত ছুপাৰ মার্কেট নির্মাণৰো আঁচনি গ্রহণ কৰিছে।

নিত্য নৈমিত্তিক কর্ম হিচাপে হৰি মন্দিৰৰ নামঘৰত প্রতিষ্ঠিত গুৰু আসনৰ আগত প্রতিষ্ঠাকালৰে পৰা নিয়মিতভাৱে নিতৌ ভাগৱত পাঠ কৰি অহা হৈছে। বছৰটোৰ প্রতি বৃহস্পতিবাৰে আৰু দেওবাৰে ক্রমে পুৰুষ-আইসকলে অবিৰতভাৱে নাম-প্রসংগ কৰি অহাৰ উপৰিও বছৰে বছৰে দুর্গাপূজা, লক্ষ্মীপূজা, অষ্ট প্রহৰ, জন্মাষ্টমী, মহাপুৰুষ গুৰু জনাৰ তিৰোভাৱ তিথি পালন কৰি অহাৰ লগতে প্রতি পূর্ণিমা তিথিতে নাম প্রসংগ চলি আহিছে। ইয়াৰোপৰি সময়ে সময়ে আধ্যাত্মিক চর্চাৰ প্রসাৰতাৰ প্রতি লক্ষ্য ৰাখি গীতা অধ্যয়ন আৰু ভাগৱত অধ্যয়ন শিবিৰৰ আয়োজন কৰি জনচিত্তক ভগৱতমুখী কৰাৰ প্রচেষ্টা অব্যাহত ৰখা হৈছে। দুর্গত আৰু দৰিদ্র

জনসাধাৰণৰ বাবে মাজে মাজে বিনামূলীয়া ৰক্তদান শিবিৰ, চকুৰ অস্ত্ৰোপচাৰ শিবিৰ অনুষ্ঠিত কৰাৰ লগতে বিনামূলীয়াকৈ ঔষধ আৰু বিতচকু বিতৰণ, পালচ্ পলিঅ, এইডছ আৰু হেপাটাইটিছ বিৰ ভয়াবহতাৰ বিষয়ে জনসাধাৰণক অবগত কৰাৰ মানসেৰে আলোচনা চক্ৰৰো আয়োজন কৰি আহিছে। আনহাতে খৰাংপীড়িত, বানপীড়িত আৰু প্ৰাকৃতিক দুৰ্যোগত দুৰ্ভোগ ভোগাসকলৰ প্ৰতিও সাহায্য আগবঢ়োৱাতো মন্দিৰ পৰিচালনা সমিতিয়ে অগ্ৰণী ভূমিকা পালন কৰি আহিছে। হিন্দুধৰ্মী লোকৰ উপনয়ন, অন্নপ্ৰাশন আৰু শ্ৰীমন্ত শংকৰদেৱ সংঘৰ লেখীয়া বৃহৎ ধৰ্মীয় আৰু সাংস্কৃতিক অনুষ্ঠানৰ শৰণকাৰ্য আদিৰ দৰে মাংগলিক কাৰ্যও হৰিমন্দিৰত সম্পাদন হৈ আহিছে।

শ্ৰীশ্ৰী হৰি মন্দিৰ উত্তৰ-পূব ভাৰতৰ ঐতিহ্যমণ্ডিত এক বৃহৎ আধ্যাত্মিক, সাংস্কৃতিক আৰু নৈতিক শিক্ষা চৰ্চাৰ প্ৰাণকেন্দ্ৰ। ঐক্য, শান্তি, সংহতি, সম্প্ৰীতি আৰু সমন্বয়ে হৈছে শ্ৰীশ্ৰী হৰি মন্দিৰৰ মূলাধাৰ। হৰি মন্দিৰৰ ইতিহাস ত্যাগৰ ইতিহাস। ইয়াত ভোগ আৰু বিলাসিতাৰ স্থান নাই। মন্দিৰৰ চৌহদৰ ঘাঁহ-বন বিক্ৰী কৰি পোৱা ধন আৰু দুই চাৰি-অনা পইচাকৈ সংগ্ৰহ কৰা চাঁদা / বৰঙণিৰে নিৰ্মাণ কাৰ্য আঁৰম্ভ হৈ আজিৰ এই পৰ্যায়ত উপনীত হৈছে শ্ৰীশ্ৰী হৰি মন্দিৰ। শাক্ত-শৈৱ-বৈষ্ণৱ, শিখ, জৈন আদি বিভিন্ন ধৰ্মাৱলম্বী ৰাইজৰ মিলনক্ষেত্ৰ শ্ৰীশ্ৰী হৰি মন্দিৰ। সেয়েহে সনাতন ধৰ্ম-সংস্কৃতিৰ প্ৰতিভূ লীলা পুৰুষোত্তম ভগৱান শ্ৰীকৃষ্ণৰ ৰাস মহোৎসৱেই হ'ল উদ্‌যাপন কৰি অহা উৎসৱসমূহৰ ভিতৰত মহত্বতম উৎসৱ। ৰাস মহোৎসৱক বাদ দি যেনেদৰে হৰি মন্দিৰৰ অস্তিত্ব উপলব্ধি কৰাটো কঠিন ঠিক তেনেকৈ হৰি মন্দিৰক বাদ দিও নলবাৰী ৰাস মহোৎসৱৰ স্বকীয়তা প্ৰতিপন্ন কৰাটো কঠিন— যেন দুয়োটাই টকাটোৰ ইপিঠি-সিপিঠি। প্ৰকৃতাৰ্থত একমাত্ৰ ম্যাদী মাটি ক্ৰয় কৰি এনেধৰণৰ বৃহৎ ৰাজহুৱা ধৰ্মীয় আৰু সাংস্কৃতিক অনুষ্ঠান গঢ়ি তুলি হৰি মন্দিৰ পৰিচালনা সমিতিয়ে যি আদৰ্শ, আৰ্হি আৰু নিদৰ্শন দেখুৱালে সেয়া নিঃসন্দেহে প্ৰশংসনীয়। ❑



# মহামিলনৰ মহাতীৰ্থ শ্ৰীশ্ৰী বিল্বেশ্বৰ দেৱালয়ৰ ইতিবৃত্ত

**প্ৰকাশ মেধি**



**পাতনি ঃ** নলবাৰী জিলাৰ অন্তৰ্গত বেলশৰ এখন প্ৰাচীন গাওঁ। এই গাওঁখনৰ সোঁমাজতে অৱস্থিত ইতিহাস প্ৰসিদ্ধ ধৰ্মানুষ্ঠান শ্ৰীশ্ৰী বিল্বেশ্বৰ দেৱালয়। বিল্বেশ্বৰৰ ইতিহাসলৈ উভতি নগৈ আলোচনাৰ প্ৰাৰম্ভিকতে সাম্প্ৰতিক সময়ত বিল্বেশ্বৰৰ সৈতে জড়িত এটি অন্য দিশ ইয়াত উপস্থাপন কৰা হওঁক —

পূবাকাশত সূৰ্যোদয় হ'বলৈ মাথো কেইমুহূৰ্তমানহে বাকী। হয়তো আৰু কিছু মূহুৰ্তৰ পিছতে সুৰুযৰ হেঙুলী কিৰনে আকাশখন চিৰাচিৰ কৰি পেলাব। এনে এক সন্ধিক্ষণতে বৃহত্তৰ বেলশৰৰ ৰাইজে এতিয়া শুনিবলৈ পায় বিল্বেশ্বৰ দেৱালয় ক্ষেত্ৰৰ পৰা ভাহি অহা মহাপুৰুষ শঙ্কৰদেৱ বিৰচিত বৰগীত — 'তেজৰে কমলাপতি পৰভাতে নিন্দ....।' কেতিয়াবা লোকগীত আৰু কেতিয়াবা অন্য গীতৰ মাদকতা ভৰা সুৰ য'ত সদা নিহিত থাকে কৃষ্ণ মহিমা, শিৱ মহিমা ইত্যাদিৰ ভক্তি সুৰ। প্ৰতিদিনে ধলপুৱাতে বেলশৰৰ লগতে সীমান্তৱৰ্তী গাঁওকেইখনৰো আকাশ বতাহ এই গীতবোৰে ৰজন জনাই তোলে। শিশুকে ধৰি ডেকা বৃদ্ধ সকলোৰে মন ধৰ্মীয় অনুপ্ৰেৰণাৰে নাচি উঠে; এনে লাগে যেন প্ৰত্যেকে ভগবানৰ লগত অন্তৰঙ্গ আলাপতহে মত্ত। তাৰ পাছত আৰম্ভ হয় এটি সুস্থ সবল দৃঢ়তাৰে দিনটোৰ কৰ্মব্যস্ততা। দিনটোৰ কৰ্মৰাজিৰ অৱসানৰ পাছত আকৌ আহি পায়হি পোহৰ-এন্ধাৰৰ লুকাভাকু খেল। সেয়া সূৰ্যাস্তৰ সময়। দিনটোৰ কৰ্মব্যস্ততা, কামৰ অৱসাদ, মানসিক দুঃচিন্তা আদিৰ পয়োভৰত মানুহবোৰ হৈ পৰে ভাগৰুৱা। এইবোৰৰ পৰা পৰিত্ৰাণ

লৈ এটি উৎকণ্ঠাহীন নিশা পাৰ কৰাবলৈ নিতৌ গধুলি শ্ৰীশ্ৰী বিল্বেশ্বৰ দেৱালয়ত বজোৱা হয় ভিন্ন লোকগীত, প্ৰাৰ্থনা, গায়ত্ৰীমন্ত্ৰ ইত্যাদি। সন্ধিয়া ডবাঘৰত প্ৰতিধ্বনিত হয় ডবা কোবোৱাৰ শব্দ দ্ৰুম দ্ৰুম দ্ৰুম। ধৰ্মপ্ৰাণ লোকে সদায় মন্দিৰত ধূপ-ধূনা-চাকি-বন্তি আদি জ্বলায়। এয়া আজিৰ বেলশৰ-বিল্বেশ্বৰৰ নিত্য-নৈমিত্তিক ঘটনা। বেলশৰৰ লগতে ইয়াৰ কাষৰীয়া অঞ্চল সমূহৰ মানুহখিনিৰ মাজত ঐক্য, শান্তি, সম্প্ৰীতি তথা সংহতি স্থাপনৰ ক্ষেত্ৰত বিল্বেশ্বৰ দেবালয়ৰ ভূমিকা অপৰিসীম। আজি সমগ্ৰ অসমতে বেলশৰ গাওঁখনে ভিন ভিন দিশত প্ৰতিষ্ঠা লাভ কৰাৰ সিংহভাগ কৃতিত্ব শ্ৰীশ্ৰী বিল্বেশ্বৰ দেৱালয়ক নিদি নোৱাৰি।

**শ্ৰীশ্ৰী বিল্বেশ্বৰ দেৱালয়ৰ জন্মৰ ইতিবৃত্ত :** ষষ্ঠ শতিকাৰ মাজভাগত নাগশংকৰ নামৰ এজন ৰজাই তেতিয়াৰ কামৰূপ ৰাজ্যত ৰাজত্ব কৰিছিল বুলি বুৰঞ্জীত উল্লেখ আছে আৰু বিল্বেশ্বৰ দেৱালয় স্থাপনত নাগশংকৰ ৰজাৰ নামটো জড়িত থকা কথাটোৰ পৰা অনুমান কৰিব পাৰি যে দেৱালয়খনৰ জন্ম ইতিহাস ১৫০০ বছৰতকৈও পূৰ্বৰ। এই মন্দিৰৰ জন্ম সংক্ৰান্তত এটি আমোদজনক আৰু অলৌকিক



ঘটনা জড়িত হৈ আছে। ভগৱানক আৰাধনাৰ হেতু এই মন্দিৰটো যেন ভগৱানৰ নিজৰে সৃষ্টি। বৰ্ত্তমানে যিখিনি ঠাইত বিল্বেশ্বৰ মন্দিৰটো অৱস্থিত তাহানিতে হেনো সেইখিনি ঠাইৰ নাম আছিল বিল্বশিলা। বেলবৃক্ষ, বিৰিনা, কেতেকী আদিৰে গোটেই ঠাইখিনি ঢকা আছিল। সেইসময়ত বৰ্ত্তমান দেৱালয়ৰ পূৰ্ব দিশত থকা দেউৰীপাৰা চুবুৰীত ৰূপনাৰায়ণ ভট্ট নামৰ এগৰাকী সাধু ব্ৰাহ্মণৰ তত্বাৱধানত এজনী কপিলী গাই গৰু আছিল। জনশ্ৰুতি মতে সেই গাই গৰুজনীয়ে সাধু ব্ৰাহ্মণ গৰাকীৰ ঘৰত গাখীৰ দিয়াৰ পৰিবৰ্তে বিল্বশিলাত থকা বিৰিনা গছ এজোপাৰ গুৰিতহে স্বতঃস্ফুৰ্তভাৱে দুগ্ধ দিছিল। এনে অগতানুগতিক কাৰ্য দেখি ব্ৰাহ্মণ গৰাকীৰ লগতে স্থানীয় ধৰ্মপ্ৰাণ লোকসকলে ঠাইখিনিৰ দৈৱিক গুণ থকা কথাটো বিশ্বাস কৰি ল'লে। নিজৰ অনুসন্ধিৎসু মনক দমাব নোৱাৰি ৰহস্য উদ্‌ঘাটনাৰ হেতু ব্ৰাহ্মণ গৰাকীয়ে এখন কোৰেৰে বিৰিনা গছজোপাৰ গুৰি খান্দিবলৈ ধৰিলে। এনেকৈ প্ৰায় ১৫ ফুটমান দকৈ

খন্দাৰ পিছত হঠাতে কোৰখনে শিল এডোখৰত আঘাত হানিছিল আৰু তাৰ পিছৰ পৰ্যায়ত শিলডোখৰ এটা শিব লিংগ বুলি চিহ্নিত হৈছিল। আজিও সেই শিব লিংগটোত কোৰৰ আঘাতৰ চিনটো স্পষ্ট হৈ আছে। প্ৰবাদ মতে সেই শিবলিংগটো মাটিৰ ওপৰলৈ উঠোৱাৰ বাবে শ শ লোকৰ লগতে হাতীকো ব্যৱহাৰ কৰা হৈছিল যদিও সফল হ'ব পৰা নাছিল। সেই হেতুকে সেই স্থানতে ব্ৰাহ্মণ গৰাকীয়ে স্থানীয় মানুহ এচামৰ লগ লাগি শিৱক পূজা-অৰ্চনা কৰাৰ ব্যৱস্থা কৰিছিল। আজিও সেই শিৱ পূজাই বিল্বেশ্বৰত বিদ্যমান হৈ আছে। অৱশ্যে এতিয়াৰ বিল্বেশ্বৰৰ পূজাৰ পৰিবেশ তথা পৰিসৰ তাহানিৰ লগত তুলনাবিহীন।

**বিল্বেশ্বৰ, বেলশৰ নামৰ উৎপত্তি ঃ** বিল্বেশ্বৰ দেৱালয়ৰ জন্ম ইতিবৃত্ত যদিও অতি প্ৰাচীন তথাপিতো 'বিল্বেশ্বৰ' নামটো কেতিয়া ক'ৰ পৰা আহিল তাক সঠিককৈ কোৱাটো কিছু কঠিন। 'বিল্বেশ্বৰ' নামকৰণক লৈ যথেষ্ট মতভেদ চলি আহিছে। কোনো কোনোৰ মতে 'বিৰিনা গছ' ৰ তলত শিৱক আৱিস্কাৰ কৰা বাবে বিন্নেশ্বৰ (বিন্না + ঈশ্বৰ) আৰু তাৰ পাছত বিল্বেশ্বৰ হ'ল। আন এচামে বিল্বেশ্বৰ নামটোৰ কৃতিত্ব দিব খোজে ঐশ্বৰিক বেলবৃক্ষক। বেলগছ হ'ল শিৱৰ প্ৰতীক গছ। সেই মৰ্মে বিল্ব+ঈশ্বৰ=বিল্বেশ্বৰ হ'ল। কিছুমানৰ মতে সেই সময়ত তাত থকা বিল্বশ্ৰী বা বিল্বশিলা পাহাৰৰ পৰা বিল্বেশ্বৰ নাম হৈছিল। যোগিনী তন্ত্ৰত বিল্বশিলা পাহাৰৰ কথা উল্লেখ থকা মৰ্মে এই মতবাদকো নুই কৰিব নোৱাৰি। আকৌ এচামে ক'ব খোজে যে বৰ্তমান দেৱালয়স্থিত ঠাইখিনিৰ ওচৰতে হেনো এখন বিল আছিল। এই 'বিল' ৰ পৰা 'বিল্বেশ্বৰ' হ'ল বুলি তেওঁলোকে বিশ্বাস কৰে। আনহাতে শেহতীয়াভাৱে দক্ষিন ভাৰতত থকা অতিকে জনপ্ৰিয় বালেশ্বৰ বা বালাজী মন্দিৰৰ ওপৰত ভিত্তি কৰি বিল্বেশ্বৰ নামৰ উৎপত্তিৰ ক্ষেত্ৰতো সম্প্ৰতি আলোচিত হৈছে। আনহাতে বিল্বেশ্বৰৰ পৰাই যে বেলশৰ গাৱঁৰ নামকৰণ হ'ল তাত কাৰো মতভেদ নাই।

**বিল্বেশ্বৰত মঠ নিৰ্মাণ ঃ** কামৰূপৰ বুৰঞ্জী অনুসৰি বিল্বেশ্বৰ মন্দিৰটো ১৫২১ খৃষ্টাব্দত নিৰ্মাণ কৰিছিল নাগাক্ষ ৰাইজে। নাগাক্ষ তেতিয়া গৌড় দেশৰ ৰজা আছিল আৰু তেওঁ আছিল পৰম শিৱভক্ত। তাৰ পাছত ১৭১৪-১৭৪৪ খ্ৰীষ্টাব্দত ৰাজত্ব কৰা আহোম স্বৰ্গদেউ শিৱ সিংহই এই মন্দিৰলৈ মাটি দান কৰিছিল। মন্দিৰত থকা শিলৰ ফলিত উল্লেখ থকা মৰ্মে নাগাক্ষ ৰজাই নিৰ্মাণ কৰা মন্দিৰটো জৰাজীৰ্ণ হৈ পৰাত ১৭৬৮ খ্ৰীষ্টাব্দত আহোম স্বৰ্গদেউ লক্ষ্মী সিংহৰ দিনত লাহন বৰফুকনৰ দ্বাৰা ইয়াক সংস্কাৰ কৰা হয়। মন্দিৰত থকা স্থাপত্য আৰু ভাস্কৰ্যই আজিও আহোম ৰজাৰ দান-বৰঙনিৰ কথা সোঁৱৰাই দি আহিছে। আনহাতে শিৱসিংহই মন্দিৰৰ নামত দিয়া ভূ-সম্পত্তিৰ তথ্য অনুসৰি ইয়াৰ লাখেৰাজ ১৪২০ বিঘা আৰু নিস্পিখেৰাজ ২৮০১ বিঘা।

**ভৌগোলিক অৱস্থান ঃ** শ্ৰীশ্ৰী বিল্বেশ্বৰ দেৱালয় নামনি অসমৰ নলবাৰী জিলাৰ বেলশৰ গাঁৱৰ প্ৰায় মধ্যস্থলত অৱস্থিত। এতিয়া প্ৰায় ৪৭ টা চুবুৰীৰ অন্তৰ্ভুক্তিৰে বেলশৰ এখন বৃহৎ গাওঁ। এই গাওঁখনৰ সীমাই নলিছা, ককয়া,

পিপলীবাৰী, ভয়ৰা-শোলমাৰী, গন্ধিয়া, চামতা, বিহামপুৰ, বর্নি, বাটচৰ আদি কেইবাখনো গাৱৰ সীমা চুই আছে। নলবাৰী চহৰৰ পৰা পশ্চিমে প্ৰায় ১৬ কিঃমিঃ দুৰত্ব অতিক্ৰম কৰিলে বিল্বেশ্বৰ দেৱালয়ৰ দৰ্শন সম্ভৱ হয়।

**দেৱালয়ৰ চৌহদ ঃ** আহোম স্বৰ্গদেউ শিৱসিংহই বিল্বেশ্বৰ দেৱালয়লৈ মাটি দান কৰা কথাটো আগতেই উল্লেখ কৰা হৈছে। সম্প্ৰতি মন্দিৰৰ চৌহদত ৫ বিঘামান মাটি আছে। মন্দিৰ চৌহদৰ কাষতে আছে প্ৰকাণ্ড দেৱান পুখুৰী। চৌহদটো চাৰিওফালৰ পৰা কেইবাটাও চৰকাৰী অফিচ, স্বেচ্ছাসেৱী অনুষ্ঠানৰ কাৰ্যালয়, বেলশৰ বজাৰ, পূজা খলা, গড়কাপ্তানি পথ আদিৰে আবৃত হৈ আছে। চাৰিওফালে পকী দেৱালেৰে আবৃত মন্দিৰ চৌহদত প্ৰৱেশ কৰিবৰ বাবে তিনিখন লোহাৰ গেট আছে। ইয়াৰে পশ্চিম দিশত থকা খনেৰে পূজা খলালৈ আহিব পাৰি। বাকী দুখনৰ এখনেৰে পৰ্যটন গৃহলৈ আৰু আনখনেৰে দেৱান পুখুৰীলৈ অহা-যোৱা কৰা হয়। মন্দিৰৰ সৃষ্টিৰ পাতনিতে বিল্বেশ্বৰ যেনেকৈ বিৰিনা, কেতেকী, বেলবৃক্ষ আদিৰে সুশোভিত আছিল এতিয়াও ভিন্ন ৰঙী ফুল-গছেৰে ইয়াৰ চৌহদ পৰিপূৰ্ণ হৈ আছে। দেৱালয় চৌহদত থকা প্ৰকাণ্ড আহঁত গছ, বকুল গছ, বট গছ কেইজোপাই আজিও বহু যুগৰ স্মৃতি বহন কৰি আছে। দেৱালয়ৰ পূব দিশত থকা শাৰী শাৰী তাল গছ কেইজোপাৰ মাজেৰে নিৰ্গত হোৱা সূৰ্যোদয়ৰ দৃশ্য অতি নৈসৰ্গিক। মন্দিৰৰ চৌহদৰ ভিতৰত ভাৰতীয় সেনা বাহিনীৰ অধীনত থকা 5 Jammu And Kashmir Light Infantry (5 JAKLI) ৰ দ্বাৰা নিৰ্মাণ কৰা 'নাগাক্ষ পাৰ্ক' খন অতি বিতোপন কৰি সজোৱা হৈছে। পাৰ্কখনত সোমোৱা গেট, বহাৰ বাবে পকী বেঞ্চ, শিশুৰ খেলা সামগ্ৰী, শিৱ লিংগ সহিতে আহত গছ এজোপাৰ গুৰিত সজোৱা ধ্বনিঘৰ, আদিয়ে দৰ্শকক বাৰুকৈয়ে আকৰ্ষণ কৰি আহিছে। মন্দিৰ কৰ্তৃপক্ষই পাৰ্কখনত শাৰী শাৰীকৈ ভিন্ন ৰঙী ফুল আৰু গছ ৰুই ইয়াৰ সৌন্দৰ্য বৰ্ধন কৰি ৰাখিছে। আনহাতে মন্দিৰৰ মূল মঠৰ পূব দিশত থকা পুখুৰী এটাৰ সোঁমাজত অসমৰ ৰাজনীতিৰ পুৰোধা ব্যক্তি বেলশৰ নিবাসী ডাঃ ভূমিধৰ বৰ্মনে সজোৱা শিৱ, ষাড়গৰুৰ আকৰ্ষণীয় মূৰ্তিটোৰ গাত পূজা-অৰ্চনা কৰিবলৈ সেনাবাহিনীৰ লোকসকলে তালৈ অহা-যোৱা কৰাৰ বাবে 'শিৱ সেতু' নামৰ এখনি শিলৰ সাঁকো নিৰ্মাণ কৰি উলিয়াইছে।

আহোমৰ দিনত বিল্বেশ্বৰ দেৱালয় আছিল নৃত্য, কলা, ধৰ্ম চৰ্চা আদিৰ কেন্দ্ৰস্থান। সেই হেতুকে দেৱ-দেৱীৰ স্থাপত্য আৰু ভাস্কৰ্যত আহোম স্বৰ্গদেউসকলে ইয়াত কৃপণালি কৰা পৰিলক্ষিত হোৱা নাই। মন্দিৰৰ মঠ, বেৰ, শিল আদিত খোদিত অনুপম চিত্ৰই দৰ্শকসকলৰ অন্তৰত অভিনৱ অনুৰাগৰ সৃষ্টি কৰি আহিছে। কিন্তু পৰিতাপৰ কথা এয়ে যে আহোম স্বৰ্গদেউসকলে দান কৰা এবুকু ওখ শৰাই, সোণ খটোৱা শিৱৰ খৰম, সোণৰ অৰ্ঘ্য, বাচন-বৰ্তন, সোণৰ কলচী আদি অজস্ৰ মহামূল্যবান সম্পদ কালৰ সোঁতত বিলীন হৈ পৰিল।

বিল্বেশ্বৰ দেৱালয়ৰ মূল শিৱলিংগটো পানীৰ তলত থকা বাবে বছৰৰ মাত্ৰ দুমাহমানহে সেইটো দৃশ্যমান হয়। এই শিৱ লিংগটোৱে ইতিহাসৰ পৰাই কঢ়িয়াই

আনি আছে এক অনাবিল ধৰ্মীয় চেতনা। সম্প্ৰতি দেৱালয়ৰ মনিকূট, ভঁৰালঘৰ, ভোগঘৰ, ৰান্ধনীঘৰ, মণ্ডপঘৰ আদি আগৰ তুলনাত যথেষ্ট উন্নত হৈছে। ডবাঘৰটোৰ কাষতে আছে দুৰ্গাদেৱীৰ মুৰ্ত্তি স্থাপন কৰা দেৱীঘৰটো। ডবাঘৰটো প্ৰয়োজন সাপেক্ষে জিৰণিঘৰ, খোৱা-লোৱা কৰা ঘৰ, আয়তীসকলে নাম প্ৰসংগ গোৱা ঘৰ আদি বিভিন্ন কামত ব্যৱহাৰ কৰা দেখা যায়। আকৌ ডবাঘৰত থকা প্ৰকাণ্ড ডবাটো বজোৱাৰ সময়ত সকলোৱে মুৰ দোৱাই ভগৱানক স্তুতি কৰে। উল্লেখ আছে বিল্বেশ্বৰ মন্দিৰৰ এই ডবাটো ভাৰতৰ স্বাধীনতা আন্দোলনৰ সময়ত স্থানীয় ৰাইজক সংকেত দিয়া কামত ব্যৱহাৰ কৰা হৈছিল। মন্দিৰ চৌহদত সম্প্ৰতি এটা ডাঙৰ সভাঘৰ আৰু এখনি মঞ্চ নিৰ্মীয়মান অৱস্থাত আছে। মন্দিৰৰ পশ্চিম ফালে আছে দৌলোৎসৱৰ সময়ত প্ৰয়োজনীয় দৌলঘৰ। শেহতীয়াভাৱে মন্দিৰ চৌহদত হৰিণা পছু আদি জন্তু পুহিবৰ বাবে এটা বাসস্থান গঢ়ি তোলা হৈছে। গৌৰৱৰ বিষয় যে যোৱা দুবছৰ মানৰ পৰাই বিল্বেশ্বৰ মন্দিৰৰ ভিতৰত এগচি অক্ষয় বন্তি জ্বলি আছে। সম্প্ৰতি মন্দিৰ চৌহদৰ গাতে লাগি থকাকৈ এটা আটক ধুনীয়াকৈ শনি মন্দিৰো নিৰ্মাণ কৰি উলিওৱা হৈছে।

**দেৱালয় পৰিচালনা সমিতি ঃ** বিল্বেশ্বৰ দেৱালয়ৰ দৈনন্দিন পূজা-পাতল, কাম-কাজ আদিৰ পৰিচালনা কৰিবৰ বাবে এখন নিৰ্বাচিত কমিটী থাকে। অৱশ্যে দেৱালয়ত দুৰ্গাপূজা বা তেনে বৃহৎ পৰিসৰৰ আন কিবা পূজা বা অনুষ্ঠান সুচাৰুৰূপে পৰিচালনা কৰিবৰ নিমিত্তে প্ৰয়োজনবোধে উপ-সমিতি গঠন কৰা হয়। এক বিশেষ তথ্য মতে এই দেৱালয়ৰ এখনি শিলালিপি আৰু পেৰাকাকত আছে। পেৰাকাকতত পোৱা তথ্যমতে তাহানিতে ব্ৰাহ্মণ, বৰদেউৰী, শিৱম পাঠক, ৰুদ্ৰ পাঠক, শুভক, নীলকণ্ঠ আদি ৩২ জন লোকে মন্দিৰত দৈনন্দিন কাম কৰিছিল। সম্প্ৰতি মন্দিৰ পৰিচালনা কমিটীখনত সভাপতি হিচাপে নলবাৰী জিলাৰ উপায়ুক্তক গৰাকীক লৈ দলৈ গৰাকীক সম্পাদক নিৰ্বাচিত কৰা হয়। তদুপৰি সদস্য ৭ জন, পূজাৰী, ভোগ ৰান্ধনী, ভৰালী, যোগাৰী, মালী আদিৰ একোটাকৈ বিষয়বাব আছে।

**বেলশৰ আৰু বিল্বেশ্বৰ ঃ** বেলশৰ আৰু বিল্বেশ্বৰ অঙ্গাঙ্গীভাৱে জড়িত। বিল্বেশ্বৰ বিহীন বেলশৰ কল্পনাতীত। আগতেই কোৱা হৈছে বেলশৰ নামৰ উৎপত্তিৰ মুলতেই হৈছে বিল্বেশ্বৰ।

বিল্বেশ্বৰ দেৱালয় বেলশৰৰ বাবে এনেকুৱা এটা সাৰ্বজনীন অনুষ্ঠান যাৰ বাবে আজি বেলশৰ গাঁওখন ধৰ্ম, শিক্ষা, সাহিত্য, কলা-সংস্কৃতি আদিৰ প্ৰানকেন্দ্ৰ হৈ পৰিছে। অসমৰ ৰাজনৈতিক পথাৰখনত বেলশৰে এটা সুকীয়া স্থান দখল কৰিবলৈ সক্ষম হোৱাৰ ক্ষেত্ৰতো দেবোত্তৰ ভূমিস্থিত বিল্বেশ্বৰ দেৱালঘৰৰ প্ৰভাৱ অপৰিসীম বুলি ক'ব পাৰি। বিল্বেশ্বৰ দেৱালয়ক কেন্দ্ৰ কৰি আজি বেলশৰত গঢ়ি উঠিছে অজস্ৰ অনুষ্ঠান, চৰকাৰী কাৰ্যালয়, দোকান-পোহাৰ ইত্যাদি। এই বোৰ প্ৰায়ভাগ অনুষ্ঠানৰে মাটি তাহানিতে বিল্বেশ্বৰ দেৱালয়ৰ অধীনত আছিল। বৃহত্তৰ মন্দিৰ চৌহদত ৰাজহুৱা বিবাদ নিস্পত্তিত মেল বহাতো লক্ষ্যনীয়। অপৰাধীয়ে মিছাৰ আশ্ৰয়ৰ পৰা বিৰত

থাকিবলৈ এনেকৈ মন্দিৰ প্ৰাঙ্গন ব্যৱহাৰ কৰা হয়। প্ৰতি বছৰে বিশ্বেশ্বৰ দেৱালয়ৰ পৰিচালনাত আয়োজিত দুৰ্গা পূজাই সমগ্ৰ বেলশৰবাসী ৰাইজৰ লগতে কাষৰীয় গাওঁসমূহৰ ৰাইজক ধৰ্মীয়, সামাজিক, অৰ্থনৈতিক আদি দিশবোৰত এক নতুনত্ব প্ৰদান কৰি একতাৰে বান্ধি ৰাখিছে।

বেলশৰৰ উচ্চ শিক্ষাৰ প্ৰানকেন্দ্ৰ শ্বহীদ স্মৃতি মহাবিদ্যালয়ৰ নামত দুৰ্গা পূজাৰ সময়ত আমন্ত্ৰণ কৰি অনা ভ্ৰাম্যমান থিয়েটাৰে কলেজখনৰ অৰ্থনৈতিক দিশত যথেষ্ট সকাহ প্ৰদান কৰি আহিছে। আকৌ ভিন ভিন সময়ত প্ৰখ্যাত সাহিত্যিক, শিল্পী, শিক্ষাবিদ, বুদ্ধিজীৱি, ৰাজনীতিবিদ আদিয়ে বিশ্বেশ্বৰ দৰ্শন কৰিবলৈ আহি বেলশৰক ধন্য কৰি থৈ গৈছে। আন এটা গুৰুত্বপূৰ্ণ দিশ হ'ল বেলশৰৰ প্ৰায়ভাগ চুবুৰীৰে নাম বিশ্বেশ্বৰ মন্দিৰৰ কাম-কাজৰ দায়িত্বৰ ওপৰত ভিত্তি কৰিয়েই ৰখা হৈছে। এই নামকৰণবোৰ বেলশৰৰ প্ৰভাত হাঁলৈৰ গীতিছন্দৰ মাজেৰে ওজাপালি প্ৰকাশভঙ্গীত 'বিশ্বেশ্বৰ দেৱালয়ৰ আদি কথা' নামৰ কিতাপখনত দিয়া ধৰনে ইয়াত সন্নিবিষ্ট কৰা হ'ল। কিতাপখনত অতি সুস্পষ্টভাৱে থকা গীতিছন্দৰ উদ্ধৃতি সমূহ এনেধৰণৰ —"পূজা আৰু ভোগৰ যিবা হয়ৱ যোগাৰি, যাচিলা তেওঁক ৰজাই উপাধি দেউৰী, সেই সবৰ চুবুৰীৰ দেউৰীপাৰা নাম। পূজা সেৱাৰ অগ্ৰভাগ তেওঁলোকৰ কাম।।' 'পূজাৰ বাবে লাগে যত ফুল আৰু মালা। সেই মালি সবৰ চুবা হ'ল মালিপাৰা।।' 'পূজা সেৱাই যেই জনে ফুৰিবেক মাতি। মাতাসাৰৰ নামে দিলা মাতাপাৰা পাতি।।' ' চান্দোৱা কাপোৰ য'ত পূজা সেৱাই লাগে। চান্দপাৰা নাম হ'ল তেওঁলোকৰ ভাগে।।' 'যেইজনে ভড়ালৰ সৰ্বকাম লৈলা। ভড়ালীপাৰা তেওঁৰ চুবাৰ নাম থৈলা।।' 'শিকদাৰ, মুদিয়াৰ বিচাৰক দ্বয়। শিকদাৰ, মুদিয়াৰ থেৰ সেই নামে হয়।।' 'লাগে য'ত মান খৰি যিয়ে দিব আনি। খৈৰাথেৰ চুবা বুলি তেওঁলোকক জানি।।' 'তিল চাউল দুবা যিয়ে দিবা আনি। তিলপাৰা নাম তাক সকলোৱে জানি।।' 'বীৰ ডেকা সবক দিলা স্বেচ্ছাসেৱাৰ কাম। বীৰাথেৰ, ডেকাথেৰ সেইভাগে নাম।।' 'ওজালী বেজালী যিবা কৰিব ইস্থানে। সৰ্বজন বিদিত ওজাপাৰা নামে।।' 'শিকদাৰ মুদিয়াৰৰ তল্লাত মেধি একজন। মেধিপাৰা তেওঁৰ চুবা জানে সৰ্বজন।।' 'মেলেকি একজন হৈলা মেধিৰ তলত আগম নিগম য'ত বনাইব মেলত। তেওঁৰ নামে চুবুৰীৰ নাম মেলকিপাৰা।।" — 'পূজা সেৱাই শুক্ৰু বস্ত্ৰ য'তমানে লাগে যে দিব আনি। পাতকোপাৰা তেওঁৰ চুবা সৰ্বলোকে জানি।।' 'সৰ্বকৰ্মৰ নিৰীক্ষক যাহাক পাতিলা।

